# কৃষক জীয়ৰী

(উপন্যাস)




শ্ৰীহীৰেন্দ্ৰ কুমাৰ হাজৰিকা
উত্তৰ গুৱাহাটী, ৰজাদুৱাৰ
ম ণি ক র্ণে শ্ব ৰ।

১৯৫৬ চন
১এপ্ৰিল।

মূল্য এটকা।

প্ৰকাশক :—
শ্ৰীযুত কামিনি কান্ত হাজৰিকা।
বজাতুৱাৰ,
পোঃ উত্তৰ গুৱাহাটী।

ছপা কাৰ্য্যত সহায় কৰি
উৎসাহ দিছে :—
শ্ৰীযুত হিৰণ চন্দ্ৰ দাস।
বজাতুৱাৰ,
উত্তৰ গুৱাহাটী।

বেটুপাতৰ ছবি আঁকিছে :—
শ্ৰীবেনু মিশ্ৰ।
গুৱাহাটী।

ব্লক তৈয়াৰ হৈছে :—
টি. বিউন ছপাশালত।



সবিতা আৰ্ট প্ৰেছ, গুৱাহাটী।

# কৃষক জীয়ৰীৰ বিষয়ে লিখকৰ এষাৰ



১৯৫৫ চনৰ আৰম্ভণিতে "কৃষক জীয়ৰী" লিখা হৈছিল। কিন্তু আৱশ্যকীয় অৰ্থৰ অভাৱত ই হাতেলিখা অৱস্থাতে প্ৰায় এবছৰ কাল পৰি থাকে। গতিকে উপযুক্ত সময়ত ই প্ৰকাশ নাপালে। ১৯৫৬ চনৰ ঠিক আৰম্ভণিতে কেই জন মান বন্ধুৰ উদ্‌গনিত ইয়াক ছপাশাললৈ পঠোৱা হয় কিন্তু ছপাশালত "কৃষক জীয়ৰী"য়ে যি নিৰ্য্যাতন ভোগ কৰিলে তাক ইয়াত ব্যাখ্যা কৰিব নোৱাৰি। মাথোন এইখিনিকে ক'ব পাৰি যে তিনিমাহে ছপাশালত চেপা খুন্দা খাই আজি কোনোমতে ই আপোনালোকৰ আগত ওলাইছে। এই বিলাক অসুবিধাৰ কাৰণে যি ভাবে ইয়াক প্ৰকাশ কৰিম বুলি ভাবিছিলোঁ। সেই ভাবে প্ৰকাশ কৰিব নোৱাৰিলোঁ।

সময়ৰ অভাৱত প্ৰুফ চাব নোৱাৰাত কিতাপখনৰ ঠায়ে ঠায়ে কিছুমান সাধাৰণ ভুল হৈ গৈছে। ছপাশালৰ অসুবিধাত ভুল শুধৰণিৰ তালিকা দিব পৰা নগ'ল। সহৃদয় পাঠক পাঠিকা সকলে সেই বিলাক সহানুভূতিৰ চকুৰে চায় লিখকৰ ত্ৰুটি মাৰ্জ্জনা কৰিব বুলি আশাকৰিলোঁ।

উপন্যাস সাহিত্যত এই খনেই মোৰ প্ৰথম প্ৰকাশ। গতিকে ই যে আপোনালোকৰ মনত সোৱাদ দিব নোৱাৰিব তাক মই জানো। তথাপি অন্তৰৰ হেপাহ আৰু মনৰ অদম্য ইচ্ছাক বাধাদিব নোৱাৰি আপোনালোকৰ সহায় আৰু সহানুভূতিৰ ওচৰত মোৰ সহজ সৰল ভাবৰ ঝুমনী "কৃষক জীয়ৰী"ক আগ বঢ়ালোঁ।

আপোনালোকৰ সহানুভূতি আৰু উদগনিৰ ওপৰতে নির্ভৰ কৰিছে লিখকৰ চেষ্টাৰ সাৰ্থকতা ।

শেষত কিতাপখন ছপাকৰি উলিওৱাত সহায় আৰু সহানুভূতি দেখুওৱাৰ বাবে মোৰ বন্ধু গনেশ দাস, অমিয় হাজৰিকা আৰু বেনু মিশ্ৰ আৰু শ্ৰীযুত জীৱন দাসৰ ওচৰত আন্তৰীক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ । ইতি—

*লিখক ।*




# কৃষক জীৱনী

—০—

(এক)

১৯৫৪ চনৰ মাজভাগ। অসমৰ প্ৰায় সকলো গাঁৱে-ভূঁৱে মহামাৰী বাণপানী। লুইত আৰু তাৰ প্ৰধান প্ৰধান উপ-নদীবিলাকৰ পানী উপচি পৰিছে। হঠাৎ বিপুল বেগেৰে পানী গাঁও-ভূঁইৰ মাজলৈ সোমাই গৈছে। এনে আকস্মিক আতঙ্কৰ হেতু গাৱলীয়া হোজা অসমীয়া কৃষক সকলৰ দুখ কুলাই পাচিয়ে নধৰা হৈ পৰিছে। তেওঁলোকে ঘৰ-বাৰী, সা-সম্পত্তি, গোহালিৰ গৰু-ছাগলী, পথাৰৰ সোনালী শস্য, বাৰীৰ ভামোল-পান আদি সকলো পানীৰ বুকুত হেৰুৱাই জীয়া মৰা হৈ পৰিছে। ঘৰ হেৰুৱাই মানুহবিলাকে ওখ ঠাইত গছৰ তলত নিৰাশ্ৰয় পখিৰুৰ দৰে বাস কৰিছে, খাদ্যৰ অভাৱত ভোকত অখাদ্য খাইছে, কাপোৰ কানিৰ অভাৱত অৰ্দ্ধ নগ্ন অৱস্থাত থাকিব লগা হৈছে। মুঠতে বান পীড়িত দেশবাসীৰ বিলাই বিপত্তিৰ সীমা নোহোৱা হৈ পৰিছে। গোটেই দেশজুৰি সৃষ্টি হৈছে এক ভীষণ হাহাকাৰৰ পৰিস্থিতি।

অসমৰ প্ৰায় সকলো জিলাতে একে অৱস্থা। তাৰে ভিতৰত ওপৰ অসমৰ লক্ষীমপুৰ জিলাৰ অন্তৰ্গত ডিব্ৰুগড় চহৰ খনৰ অৱস্থা বেছি দুখলগা। ব্ৰহ্মপুত্ৰৰ বানপানীয়ে এই চহৰ খনকলৈ ধ্বংসৰ এনেহে লীলা খেলা কৰিছে যেন নিয়তিৰ ই অভিশাপহে। চহৰখন এফালৰ পৰা খহাই নিছে, লুইতে নিজৰ বুকুত সাৱটি লৈছে। গুকম্ গুকম্ শব্দৰে গড়া খহিবই লাগিছে! মুহূৰ্ত্তে মুহূৰ্ত্তে চকুৰ আগতে খহাই নিছে চহৰৰ ডাঙৰ ডাঙৰ ঘৰ বিলাক, সুন্দৰ সুন্দৰ আলি পদুলি বিলাক। নদীপাৰৰ মানুহ বিলাকে আসন্নবিপদ জানি নিজেই ঘৰবাৰী ভাঙি আতৰিব ধৰিছে। চহৰীয়া মানুহবিলাকৰ হাহাকাৰৰ সীমা নোহোৱা হৈছে। মুঠতে পানীৰ জোৱাৰৰ বিকত ধ্বনী, গৰাখহনীয়াৰ গুকম্ গুকম্ শব্দ, চহৰীয়া জনতাৰ আৰ্ত্তনাদ সকলোৱে মিলি চহৰ খনত সৃষ্টি কৰিছে এক বৰ্ণনাতীত ভয়াবহ কৰুণ পৰিস্থিতি।

.................এদিন সন্ধ্যা পাঁচ বজা। পশ্চিম আকাশত ৰাঙলী সুৰুযে নানাবৰণীয়া মেঘ মলাৰলৈ সৃষ্টি কৰিছে এক অভিনৱ মনোমোহা দৃশ্য। তাৰ মৃদু ৰঙীন কিৰণ তলৰ নৈ বিল, পৰ্ব্বত-পাহাৰ আদিত পৰি সিহঁতকো ধুনীয়া কৰি তুলিছে। কিন্তু সিবিলাকতকৈ বেচি ধুনীয়া হৈ উঠিছে এজনী বোল কি সোতৰ বছৰীয়া ছোৱালীৰ সুঠাম শৰীৰৰ বাহ্যিক ৰূপটো।

ব্ৰহ্মপুত্ৰৰ পাৰৰে এটা গৰাৰ ওপৰত থিয়হৈ আছে ছোৱা-

লীজনী। সুন্দৰ তাই দেখিবলৈ। তাইৰ গাত কাপোৰ বুলি-বলৈ আছে মাথোন এখন মেখেলা আৰু এখন বগা চাদৰ। দুয়োখনেই তাইৰ গাত এনে বিশৃঙ্খল অবস্থাত আছে যেন তাইৰ গাৰ পৰা সিহঁত আতৰি পৰিব বিচাৰিছে। তাইৰ ক'লা দীঘল চুলি তাৰিও কোনো শৃঙ্খলতা নাই। তাইৰ শৰীৰত বাহিৰক কোনো অলঙ্কাৰ নাই। তথাপি তাই দেখিবলৈ অতি সুন্দৰ। তাইৰ যৌবন ভৰা শুভ্ৰ সুঠাম শৰীৰটোত সান্ধ্য ৰবাৰ ৰাঙলী কিৰণ পৰি সোনত সুৰগা চবোৱাযেন হৈ পৰিছে। লুইতৰ পাৰত যেন স্বয়ং লুইত কুৱৰীহে আহি থিয় দিছেহি। কিন্তু তাইৰ মুখত আনন্দৰ অলপো চিন নাই। তাই কিবা এটা ভাবত উন্মাদ হোৱাৰ দৰে এবাৰ পিচলৈ চায়, এবাৰ লুইতৰ পানীলৈ চায় অধৈৰ্য্যভাৱে থিয়হৈ আছে। তাইৰ অবস্থাটোৰ পৰা বুজা যায় তাই যেন কিবা এটাৰ প্ৰতিক্ষাত বৈ আছে।

লুইতৰ পানীত বিকত শব্দৰে জোৱাৰ উঠিছে। পানীয়ে পাৰত হোঁ হোঁ শব্দৰে কোবাব লাগিছে। ছোৱালীজনী থিয়—দি থকাৰ দুইফালে গুৰুম্ গুৰুম্ শব্দৰে এটা দুটা গৰা খহি পৰিছে। এনে সময়তে সুৰুযেও ছোৱালীজনীৰ বিষাদ-বদনৰ ছবিটো বেছি সময় চাই থাকিব নোৱাৰি চকু মুদিছে আৰু লগে লগে পশ্চিম আকাশ এন্ধাৰে ঢাকি ধৰিলে। লুইতৰ পাৰটো আন্ধাৰ হল। ছোৱালীজনীয়ে জোৱাৰৰ শব্দ, গৰা খহাৰ শব্দ, দুৰত শিয়ালৰ মাত আদি শুনাত বাহিৰে

একো নেদেখা হল। তাইৰ শেষ আশা পূৰ্ণ নহ'ল। তাই তাইৰ 'বুলুক' নেদেখিলে। আন্ধাৰৰ মাজতেই তাই ভৰা লুইতত জাপ দিলে। খাও খাও গতিত বৈ যোৱা লুইতে তৎক্ষণাৎ তাইক বুকুত সাবতি ললে। কন্তেকলৈ জোৱাৰৰ শব্দ বন্ধ হ'ল, গছ পাতৰ শব্দ নোহোৱা হ'ল, গৰা-খহনীয়া বন্ধ হ'ল, শিয়ালৰ হোৱা নিস্তব্ধ হ'ল। ঠাই খিনিত কাহ পৰি জিন যোৱা নিচিনা হ'ল। পশ্চিম আকাশত এটা উজ্বল তৰা জিলিকি উঠিল।

(দুই)

"সবিতা।"

"কিয়, যায়ে নেকি ?"

"এৰা সবিতা। আজি অলপ সোনকালে যাব লাগে। কাৰণ চাৰি বজাত আমাৰ ডিব্ৰুগড় ষ্টুডেণ্ট, বিলিফ সমিতিৰ এখন মিটিং আছে। মিটিঙত তোমালোকৰ এই পুনৰস্থাপিত (Rehabilitated) গাঁওখনৰ বিষয়ে আলোচনা হব। সেয়েহে আহি গাওখনৰ অলপ বুজ ললো।" বুলুৱে এইদৰে তাৰ কৰ্ত্তব্যলৈ ইঙ্গিত কৰাত সবিতাই তাক বেচি সময় ৰাখিবলৈ কোনো অনুৰোধ নকৰি মাথোন লাহেকৈ সুধিলে, "আপুনি গুৱাহাটীৰ পৰা কিমান দিনৰ মূৰত ঘুৰিব" ?

"সোনকালে ঘূৰিম। পাৰিলে বিজয়া দশমীৰ পিচদিনাই যাত্ৰা কৰিম।" এই বুলিকৈ বুলুৱে বুকজেপৰ পৰা দহ টকীয়া নোট দুখন উলিয়াই সবিতাৰ আগবঢ়াই দি কয়—"চাও লোৱা চোন সবিতা।" সবিতাই লও নলওকৈ টকা বিশটা লয়। তাৰ পিচত বুলুৱে "বাক যাও। তুমি আইতাৰে সৈতে আনন্দ কৰি থাকিবা। ঘৰুৱা অৱস্থাৰ কথা চিন্তা কৰি মিচাতে দুখ নকৰিবা" বুলি বাহিৰ ওলাই চহৰৰ ফালে খোজ দিলে। সাবতাই দুৱাৰ মুখত থিয়দি সি যোৱাৰ ফালে কিছুসময় চাই-থাকি সোমায় গ'ল।

আবেলি চাৰি বজা। ডিব্ৰুগড় চহৰৰ মেডিকেল কলেজ আৰু আন আন শিক্ষা অনুষ্ঠান বিলাকৰ ছাত্ৰ-ছাত্ৰী সকলকলৈ ষ্টুদেণ্ট্ ৰিলিফ সমিতিৰ এখন বিশেষ সভা আৰম্ভ হৈছে। এই সমিতিৰ সম্পাদকৰ ভাৰ লৈছে বুলুৱে নিজেই। কাৰণ তাৰ জনসেৱাৰ হেপাহ অতি বেছি। সি সভাত বক্তৃতা প্ৰসঙ্গত বহুত প্ৰস্তাৱ ডাঙি ধৰে। তাৰ ভিতৰত পুনৰস্থাপিত গাওঁ সমূহলৈ উপযুক্ত সাহায্য পঠাবলৈ চৰকাৰ আৰু বাইজলৈ আবেদন, চহৰখনক মমতাহীন গৰাখহনীয়াৰ পৰা ৰক্ষা কৰিবলৈ বাইজৰ, চৰকাৰৰ আৰু ছাত্ৰ শক্তিৰ কাৰণে আহ্বান, আদিয়েই প্ৰধান। বিভিন্ন প্ৰস্তাৱ গ্ৰহন কৰাৰ পিচত সভা ভঙ্গ হয়।

পিচদিনা ৰাতিপুৱা। বুলুৱে মেডিকেল কলেজৰ লগৰ ছাত্ৰ বিলাকৰ পৰা ফেয়াৰওৱেল লৈছে। কাৰণ সি নটাৰ ট্ৰেইণত পূজাৰ বন্ধৰ কাৰণে গুৱাহাটীলৈ যাব।

উপযুক্ত সময়ত সি ষ্টেশ্যনলৈ গৈ ট্রেইনত উঠিল।

ট্রেইন ষ্টেশ্যন এৰি কিছুদূৰ পাইছে। বুলুৰ মনলৈ স্বাভাৱিকতে আহি পৰিল সবল কৃষক জীয়ৰী সবিতাৰ দুখপূর্ণ জীৱনৰ কথাবিলাক। সি বহা বেঞ্চখনতে আউজি ভাবিব ধৰিছে সেই কথাবিলাক। সি ভাবিছে কেনেকৈ বাণ-পানীৰ সোঁতত সবিতা উটি গৈছিল আৰু সেই অৱস্থাত তাইক সি ৰক্ষা কৰিছিল, কেনেকৈ সি তাইৰ চেতনাহীন শীতল শৰীৰটো ডাঙি নি দূৰৰ নৰাৰ জুইৰ কাষত শুৱাই লৈ দুহাতেৰে উত্তাপ দিছিল, কেনেকৈ তাৰ শুশ্রূষাত কিছু-সময়ৰ পিচত তাই চেতনা লাভ কৰিছিল আৰু চকুদুটা মেলি তাৰ মুখলৈ চাইছিল আৰু তেতিয়া সিহঁতৰ সম্পূর্ণ অপৰিচিত চাৰিচকুৰ প্রথম মিলন হৈছিল। সি আৰু ভাবে কেনেকৈ সবিতাক তাৰ সম্পূর্ণ পৰিচয় দি দুয়ো আহি তাইৰ বুঢ়ী মাকৰ ওচৰ পায় আৰু তেতিয়া কেনেকৈ বুঢ়ীমাকে তাক বহুত আশির্ব্বাদ দিয়াৰ পিচত কৈছিল "বাচা, তই আমাক নাপাহৰিবি", ইত্যাদি।

সি আৰু ভাবে সি সঁচাকৈয়ে সবিতাক ভাল পায়। যিদিনাই নৰাৰ জুইৰ কাষত চাৰি চকুৰ প্রথম মিলন হৈছিল সিদিনাৰ পৰাই তাইৰ প্রতি তাৰ এক যৌৱন সুলভ মৰম ওপজে। গাৱলীয়া কৃষক ছোৱালীহলেও সি তাইক ভাল পায়। তাৰ অন্তৰতম প্রদেশত সবিতাই এখন বহলা ঠাই অধিকাৰ কৰিছে। সি ভাবে যে সি সবিতাৰ আগত কোৱা

"মই তোমাৰ ভৱিষ্যৎ জীৱন সুখৰ কৰি তুলিম" বোলা কথা যাৰ নিশ্চয় দিথকত পৰিণত কৰিব, সি সবিতাক বিয়া কৰিব। সবিতা আৰু তাইৰ মাকক সি লৈ আহিব তাৰ গুৱাহাটীৰ বাপেকৰ ঘৰলৈ। সবিতাক পাই তাৰ মাক বাপেক সুখী হব। সবিতাৰ সহজ সৰল আচাৰ ব্যৱহাৰত ঘৰৰ সকলো আনন্দিত হব। সি সবিতাক লগত লৈ গুৱাহাটী চহৰৰ ভাল ভাল ঠাইবিলাকত ফুৰিব। সবিতাই তেতিয়া আনন্দ পাব আৰু তাইৰ আনন্দত সিও আনন্দিত হব। সবিতাৰ বাণপীড়িত দুখপূৰ্ণ জীৱনে শান্তি লাভ কৰিব তাৰ আৰু তাৰ মাক বাপেকৰ স্নেহৰ পৰশত। এইদৰে সি অপাৰ কল্পনা সাগৰৰ পাৰত বহি ৰচনা কৰে সবিতা আৰু তাৰ ভৱিষ্যৎ জীৱণৰ এখন ৰঙিন ছবি।

এইদৰে সবিতাৰ জীৱনটোলৈ নানা কথা ভাবি আহোতে ট্ৰেইন আহি গুৱাহাটী ষ্টেশ্যন পালে। তেতিয়া সময় বাতি-পুৱা প্ৰায় চাৰি বাজিছে। বুলুৱে ট্ৰেইনৰ পৰা নামি এখন ৰিক্সাত উঠি তাৰ শিলপুখুৰীৰ ঘৰলৈ ইঙ্গিত কৰিলে। ৰিক্সা গুৱাহাটী মহানগৰীৰ মাজেৰে চলি গল বুলুৰ ইঙ্গিত অনুসৰি।

## (তিনি)

বুলু গুৱাহাটীলৈ গুচি আহিল। সবিতাই সি আহিবৰ

দিনৰে পৰা নিজকে এক শূন্যপৰিস্থিতিৰ মাজত থকা যেন অনুভৱ কৰিব ধৰিলে। বুলু গুৱাহাটীলৈ অহা কথা ভাবি তাইৰ মনত বেয়া লাগিল। কিন্তু আমাৰ কৃষক জীয়ৰী সিমান চঞ্চল নহয়। তাই দুখ আহিলেই বুলু পূজাৰ পিচতে ঘূৰি যাব এই আশাৰে নিজকে শান্তনা লাভ কৰে।

নবাৰ জুইৰ কাষত চাবি চকুৰ প্ৰথম মিলনৰ দিন ধৰি সবিতাৰ প্ৰতি বুলুৰ যি এক অভিনব যৌবণ সুলভ প্ৰীতিৰ ভাব জাগিছিল তেনে কিবা এটা ভাব সবিতাৰো যে অন্তৰত জগা নাছিল তাক আমি স্বিকাৰ কৰিব নোৱাৰো। যিদিনাই সবিতাই ভালদৰে জানিলে যে বাণপানীৰ গৰাহৰ পৰা তাইৰ জীৱন ৰক্ষাৰ মূলতে একমাত্ৰ বুলু সিদিনাৰ পৰাই তাৰ প্ৰতি তাইৰ অগাধ প্ৰীতি আৰু ভক্তি জন্মে। তাই এদিন অকলে বহি ভাবিব ধৰিছে তাইৰ মাকে কোৱা কথাবিলাক—কেনেকৈ নৈ লৈ পানী আনিব যাওঁতে তাইক বানপানীৰ সোঁতে উটাই লৈ গৈছিল, কেনেকৈ বুলুৱে তাইক ধৰি সাতুৰি সাতুৰি পাৰত তুলিছিল আৰু পাৰ পাই কেনেকৈ বুলুৱে তাইৰ চেতনা হীন শীতল শৰীৰটো নবাৰ জুইৰ কাষত সেকিছিল আৰু তাইৰ চেতনা ঘূৰাই আনিছিল। তাই আৰু ভাবে কেনেকৈ হেৰুৱা জ্ঞান লাভ কৰি চকুযুৰি মেলাৰ লগে লগে বুলুৰ অপৰিচিত চকুযুৰিৰ লগত তাইৰ চকুযুৰিৰ প্ৰথম মিলন ঘটিছিল, তাই অসংযত কাপোৰ কাণিৰে নিজক এজন সম্পূৰ্ণ অপৰিচিত ডেকাৰ কাষত পাই কেনেকৈ ভয় আৰু লাজ কৰিছিল, আৰু সেই

অবস্থাত বুলুৱে কেনেকৈ প্ৰীতি আৰু সহানুভূতিৰ কথাৰে তাইক আশা আৰু নিৰ্ভয়ৰ বাণী শুনাইছিল, আৰু শেষত তাইক মাকৰ ওচৰত আনি দিছিল। এই বিলাক কথা ভাবি তাই নিজকে বুলুৰ ওচৰত চিৰকৃতজ্ঞ বুলি স্বীকাৰ কৰে। তাই ভাবে যে বুলুৰ ওচৰত তাই আজীৱন ঋণী। তাই নিশ্চয় এই ঋণ পৰিশোধ কৰিব—আজীৱন যিকোনো অৱস্থাৰ মাজেৰেই বুলুৰ সেৱা কৰিব। তাই মনতে বুলুৰ নামত তাইৰ জীৱনটো উৎসৰ্গা কৰে।

বুলুৰ কথা চিন্তা কৰি সবিতাই বুঢ়ী মাকৰ লগত বাস কৰিছে বানপীড়িত কৃষক সকলকলৈ নতুনকৈ স্থাপিত গাওঁখনত। গাওঁখন ডিব্ৰুগড় চহৰৰ পৰা প্ৰায় এবেলাৰ বাটৰ দূৰত। এই গাঁওখনৰ মানুহ বিলাকৰ মাজত সদায় হাহাকাৰ খাদ্য, বস্ত্ৰ, ঘৰবাৰী আদিলৈ। বং ধেমালীৰ কোনো চিন গাঁও-খনৰ মানুহ বিলাকৰ মাজত দেখা পোৱা নাযায়। মানুহ বিলাকে এসাজ খাই আন সাজৰ কাৰণে চিন্তা কৰিব লগাত পৰিছে। চৰকাৰৰ পৰা সহায় পাব, স্থানীয় ৰিলিফ কমিটিৰ সহায় পাব, ইত্যাদি আশালৈ মানুহবিলাকে অনাহাৰে দিন কটাব ধৰিছে। সৰু সৰু লৰা ছোৱালী বিলাকে ভোকত হাহাকাৰ কৰি ফুৰিব ধৰিছে। মাক বাপেকে সিহঁতৰ খাদ্যৰ কাৰণে কিবা এটা সুবিধা কৰিব পাৰে তাৰ কাৰণে কোনো উপায় কৰিব নোৱাৰা হৈছে। মুঠতে গাঁওখনৰ মানুহবিলাকৰ মাজত দুখৰ সীমা নোহোৱা হৈছে। কিন্তু এনে

এক ৰুকন পৰিস্থিতিৰ মাজতো সবিতাই আনন্দ মনৰে বাস কৰিছে একমাত্ৰ বুলুৰ ছবিটো অন্তৰত ৰাখি। বুলুৰ প্ৰীতি-মনা সৰল কথা বতৰা, তাৰ সহানুভূতিশীল কাৰ্য্য, তাইৰ প্ৰতি তাৰ মৰম ইত্যাদি কথা ভাবি তাই দুখতো সুখ লাভ কৰে।

বুলু পূজাৰ পিচতে ঘূৰি যাব এই আশাৰে সবিতাই চিন্তা কৰি আছে কেনেকৈ পূজাৰ দিনকেইটা পাৰ হৈ যায়। এই দিনকেইটা তাইৰ মনত বৰ দীঘল দীঘল যেন অনুভৱ হল। যাহওক দুৰ্গাপূজা শেষ হ'ল। বিজয়া দশমীৰ দিনটো অতিবাহিত হবৰ আজি পাচ ছয়দিন হ'ল। বুলু তেতিয়াও ডিব্ৰুগড় পোৱাহি নাই। সবিতাৰ মনত নানান ভাবে ঠাই ললে। তাই ভাবিলে যে বুলুৰ নিশ্চয় কিবা অসুখ হৈছে, আৰু যদি অসুখ হোৱা নাই সি দৰও, গোৱালপাৰা আদি জিলাৰ অন্তৰ্গত বানগ্ৰস্ত গাঁও সমূহ পৰিদৰ্শন কৰাত ব্যস্ত আছে। এইদৰে ভাবি চোতালতে ব'দতে বহি আছে এনেতে পিয়নে তাইক এখন চিঠি দিয়েহি। চিঠি খন পাই তাইৰ মনত কিবা এটা নতুন আশা আৰু আনন্দৰ ভাব আহি পৰিল। তাই লৰালৰিকৈ চিঠি খন খুলি তলৰ নামটোলৈ চকু দিছে তাইৰ চকুত জিলিকি উঠিল 'তোমাৰ বুলুদা' কথা ফাকি। আমাৰ কৃষক জীয়ৰী স্কুলীয়া শিক্ষাত শিক্ষিতা নহলেও অসমীয়া আখৰ কেইটা চিনি পঢ়িব পৰা শিক্ষা কেবা ভাল দৰেই আছে। তাই চিঠিখন হাতেৰে মেলি এক বিশেষ-

ব্যগ্রভাবে পঢ়িব ধৰিলে—

মৰমৰ সবিতা,

প্ৰথমে মোৰ মৰম লবা। আইতাক মোৰ সেৱা দিবা। মই সিদিনা তোমাৰ পৰা বিদায়লৈ আহি পিচদিনা ন বজাৰ ট্ৰেইনত ভালেৰে গুৱাহাটী পালোঁহি। কিন্তু দুৰ্ভাগ্য যে আহি পোৱাৰ পিচদিনাৰ পৰাই জ্বৰত ভোগিছো। বৰ্ত্তমান ভাল পাইছো চহৰৰে বিপিন ডাক্তৰৰ চিকিৎসাত। বৰ ভাল ডাক্তৰজন। মোৰ কাৰণে অলপো চিন্তা নকৰিবা। দুদিনৰ পিচতে ডিব্ৰুগড় পামগৈ। ইতি—

তোমাৰ বুলুদা

চিঠি খন এবাৰ, দুবাৰ, তিনিবাৰ ভাই পঢ়িলে। পঢ়াৰ আগতে তাইৰ মুখত যি এটা আনন্দৰ চিন ফুটি ওলাইছিল পঢ়ি যাওতে তাৰ পৰিবৰ্ত্তন হয়। বুলুৰ জ্বৰ হোৱা বাতৰিয়ে তাইৰ অন্তৰত আঘাত দিয়ে। কিন্তু তাই ধৈৰ্য্য নেহেৰুৱালে। তাইৰ বুলুদা দুদিনৰ পিচতে ডিব্ৰুগড় পাবগৈ এই বাতৰিয়ে তাইক আশা আৰু আনন্দ দিয়ে। তাই চিঠিখন মেলা অৱস্থাতে লৈ 'মা' বুলি ভিতৰলৈ সোমাই যায়।

---

## ( চাৰি )

সবিতাই চিঠিখন পোৱাৰ তিনিদিনৰ পিছত। বুলু গুৱাহাটীৰ পৰাগৈ ডিব্ৰুগড় পাইছে। ডিব্ৰুগড় পাই সি পোনেই সবিতাহঁতৰ গাঁওখনলৈ খোজ দিয়ে। সবিতাহঁতৰ ঘৰ পায় সি 'সবিতা' বুলি এবাৰ মাতদি সোমায় যায়। সেই সময়ত সবিতা ৰান্ধনী ঘৰত আছিল। বাহিৰত মাতটো শুনি তাইৰ বুজিবলৈ বাকী নাথাকিল যে সেই জন তাইৰ বুলুদা। তাই তৎক্ষণাত বহি থকা ঠাইৰ পৰাই "বুলুদা নেকি" বুলি বাহিৰ পালেহি আৰু দেখিলে যে সচাঁকৈ তাইৰ বুলুদা থিয়দি আছে। তাই লৰালৰিকৈ বাহঁৰ মূঢ়াটো আগবঢ়াই দি তাক বহিবলৈ কলে। বুলুৱে হাতত নিয়া মোনাখন মাটিত নমাই থৈ লাহেকৈ বহিল আৰু বহাৰ লগে লগে সবিতাৰ ক্ষীণ মুখনলৈ এবাৰ চালে। সি বহিছে এনেতে সবিতাই লাহেকৈ সোধে— "গুৱাহাটীৰ পৰা কেতিয়া আহি পালে ?"

"আজি ৰাতিপুৱা আহি পাইছো" এই বুলি উত্তৰ দি বুলুৱে সবিতাৰ মুখলৈ চায় দেখিলে তাই সজল চকুযুৰিৰে বিষাদ মনেৰে তাৰ ফালে চাই আছে। সি হঠাৎ তাইৰ তেনে পৰিবৰ্ত্তন দেখি আচৰিত হৈ সুধিলে "তোমাৰ কি হ'ল সবিতা ? মনটো মাৰি মোৰ ফালে চাই কি ভাবিছা ?"

"আন একো ভৱা নাই। ভাবিছো কেবল আপোনাৰ স্বাস্থ্যটোৰ কথা। আপুনি জ্বৰত পৰি একেবাৰে ক্ষীণাই গ'ল।" এই বুলিকৈ সবিতাই দুখ প্ৰকাশ কৰে। সবিতাৰ মনৰ অবস্থাটো

বুজি তাইক শান্তনা দিবৰ কাৰণে বুলুৱে খেমালীৰ সুৰত কয়—"মোৰ কাৰণে তুমি কোনো কথাতেই চিন্তা নকৰিবা। মই পুৰুষ। মোৰ নিজৰ চিন্তা কৰিম মই নিজে। তুমি নাৰী তোমাৰ চিন্তাহে আনে কৰিব লাগে।" এই দৰে কোৱাত সবিতাই অলপ হাঁহি লাজতে তলমূৰ কৰে। বুলুৱে এনেতে আকৌ কয়, "আইতা ক'ত সবিতা? ঘৰত নাই নেকি?"

"মা অলপ আগতে মাহীৰ ঘৰলৈ গৈছে। আহিবৰ সময় হৈছে। আপুনি অলপ বহক মই ভিতৰৰ পৰা আহো।" এই বুলি সবিতা ভিতৰলৈ যাব খোজাত বুলুৱে "চাও এইটো লোৱাচোন" বুলি সি নিয়া মিঠাইৰ মোনাখন তাইৰ হাতত তুলি দিয়ে। মোনাখন লৈ সবিতা ভিতৰ সোমাল।

অলপ সময়ৰ পিচতে সবিতাই বুলুৰ আগত চাহ আৰু মিঠাই আনি দিয়ে। বুলুৱে সি নিয়া মিঠাইকে তাক দিয়া কাৰণে প্ৰথমে খাবলৈ মুখুজিছিল। কিন্তু সবিতাৰ মিঠা মাতৰ অনুৰোধ এৰাব নোৱাৰি খাবলৈ ধৰে।

বুলুৱে খাইছে সবিতাই তাৰ ওচৰতে বহি আছে। সি খাই থকা অৱস্থাতে তাইক সোধে—"সবিতা, মই গুৱাহাটীলৈ যোৱাৰ পিচত তোমালোকৰ গাঁৱলৈ বাহিৰৰ পৰা কোনো সাহায্য আহিছিল নে?"

সবিতা—"পূজাৰ ভিতৰতে চৰকাৰৰ পৰা দিয়া কেই মোন মান চাউল বিতৰণ হৈছিল। তাৰ বাহিৰে আন কোনো

সাহয্য আঁজলৈ পোৱা নায়।"

বুলু—"তোমালোকৰ ভাগত কিমান মান পাইছিলা ?"

সবিতা—"বেচি পোৱা নাছিলো। মাত্ৰ তিনি সেৰহে আমাক দিছিল। কিন্তু কালি শুনিলো আজি কালিৰ ভিতৰতে আৰু চাউল বিতৰণ হোৱাৰ সম্ভাবনা আছে।"

বুলু—"বাৰু। তোমাৰ আৰু আইতাৰ শাৰীৰিক ভাল নহয় ?"

সবিতা—"একৰকম ভালেই আছো।"

বুলু—"একৰকম ভাল মানে ? কিবা অসুখ অশান্তি হৈছিল নেকি ?"

সবিতা—"নাই একো হোৱা নায়।"

বুলু—"অ,' মই ভাবিছো একৰকম ভাল মানে ম'জতে কিবা অসুখ অশান্তি হৈছিল নেকি।" এই দৰে কথা পাতি থাকোঁতেই তাৰ চাহ খোৱা শেষ হয় আৰু "এগিলাচ পানী দিয়াচোন" বুলি বহাৰ পৰা উঠে। সি উঠা দেখি সবিতাই সুধিলে—"কিয়, উঠিলে দেখোন ?"

"সোনকালে যাব লাগে বুজিচা। পূজাৰ বন্ধত বাওতে আমাৰ ৰিলিফ কমিটিৰ বহুত কাম পেলাই থৈ গৈছিলো। পাৰিলে ইয়াৰ পৰা গৈ চহৰৰ দুজন মান সভ্যক লগতলৈ এখন মিটিং পতাৰে ব্যৱস্থা কৰোগৈ ?" বুলুৱে এই দৰে কৈ সোনকালে যাব খোজাত সবিতাই বাধাদি কয়—

"অলপ সময় বহক। আয়ে সদায় আপোনাৰ কথাকে কৈ আছে। আজি যদি নেদেখে মোকে আহি খং কৰিব।"

এই বুলিকৈ তাই পানী আনিবলৈ ভিতৰ সোমায়।

সবিতা সোমায় যোৱাত সি তাইৰ অনুৰোধ ৰক্ষা কৰি ৰহিল। এনেতে সবিতাৰ মাক আহি ঘৰ সোমায়। তেওঁ সোমায়ে দেখে যে বুলু বহি আছে। কিন্তু তাক হঠাৎ চিনিব নোৱাৰিলে। কাৰণ এনেয়ে বুঢ়া মানুহৰ দৃষ্টি তাতে তাৰ চেহেৰাৰ এক ভিষণ পৰিবৰ্ত্তন। গতিকে আন মানুহ বুলি ভাবি তাক একো কথা নকৈ বুঢ়ায়ে 'সবিতা' বুলি ভিতৰলৈ সোমাব যাব ধৰে। এনেতে বুলুৱে বুঢ়াৰ মানসিক অৱস্থাটো বুজি "মই বুলু আইতা" বুলি উঠি ওচৰলৈ যায়। হেন সময়তে সবিতাও এগিলাচ পানীলৈ ওলাই আহে। যেতিয়াই 'আইতা' মাতটো শুনিলে বুঢ়াৰ আৰু বুজিব বাকী নাথাকিল যে সেইজন বুলুহে। তেওঁ 'বুলু' বুলি তাক বুকুৰ মাজত সাবটি ধৰিলে আৰু পাৰে মানে আশীৰ্ব্বাদ কৰিলে। তাৰ পিচত তাৰ শাৰীৰিক অৱস্থাটোৰ কাৰণে দুখ প্ৰকাশ কৰি কলে—"চেহেৰাটো একেবাৰে বেয়া হৈ গ'ল। মইতো তোক চিনিবই পৰা নাচিলো।" এই বুলি তাৰ মূৰ-গাত হাত ফুৰায়।

"কি কৰিব আইতা। ক্ষৰত বৰ কষ্ট পালো। মই সপোনতো নাভাবিছিলো যে ইয়াৰ পৰা পূজা চাবগৈ ক্ষৰত পৰিম। কি কৰিব সকলো অদৃষ্টৰ লিখন।"

"বুলুদা, আপুনি শাৰীৰিক কষ্ট বেচি নকৰিবচোন। সভা সমিতি পাতি, বানপানী পীড়িত মানুহক সাহায্য কৰি গাঁৱে ভুঁয়ে ঘূৰি আপুনি বৰ কষ্ট পাইছিল। সেই কাৰণেই ক্ষৰত

পৰিলগৈ ।” সবিতাই প্ৰীতি আৰু সহানুভূতিৰ সুৰত কয় ।

“হয় বাচা । প্ৰথমে নিজৰ দেহাটো তাৰ পিচত হে আনৰ কাৰণে চেষ্টা কৰিবি । তোক আমি কি বুজাম । তই দহজনক উপদেশ দি সহায় কৰি ফুৰা ল'বা ।” “কষ্ট নকৰিলে নহয় আইতা । বানপানীত পৰি মানুহ বিলাকৰ যি পানীত হাহ নচৰা অৱস্থা হৈছে তাকতো নিজেই অনুভৱ কৰিছে । খাদ্যৰ অভাৱত কত মানুহে ভোকত হাহাকাৰ কৰিছে, বাচন বৰ্ত্তনৰ অভাৱত পাত পাৰি ভাত খাইছে । যদি দুই তিনিটা ভৰালৰ গৰাকী আমাৰ কৃষক সকলৰ এনে দুৰৱস্থা হয় তাক জানো চকুৰ আগত চাই থাকি পাৰি আইতা ?”

“সেইটো হয় । কিন্তু তোৰ অৱস্থাটোৰ কাৰণেহে কৈছোঁ ।” এই বুলি কৈ সবিতালৈ চায় কয়,—“সবিতা দাদায়েৰক— অলপ চাহ................।”

“সকলো খোৱা হৈছে আইতা । এতিয়া যাব হে ওলাইছো ।” এই বুলি বুঢ়ীৰ ইঙ্গিতত বাধা দি কয় । এনেতে “এয়া পানী লওক” বুলি সবিতাই গিলাচটো আগবঢ়াই দিয়ে । কুসুমে পানী গিলাচলৈ খাব ধৰে । সি পানী খাইছে ইফালে সবিতাই মাকক কৈছে—“বুলুদাৰ বোলে চহৰত বিশেষ কাম আছে গাতকে সোনকালে যাব ওলাইছে ।”

“হয় আইতা । আমাৰ যি সাহায্য সমিতি আছে তাৰ এখন সভা পাতিব লাগে ।” এই বুলি কৈ সি গিলাচটো সবিতাৰ হাতত দি “এতিয়া যাও আইতা, সবিতা আহিলো”

বু'ল বাহিব ওলাই চহবলৈ বু'লি খোজ দিয়ে। সবিতাই তাব পিচতে বাহিবলৈ আহি চোতালত থিয় হৈ সি যোৱাব ফালে চায় ব'ল।

---

( পাচ )

আমি আগতেই কৈ আহিছো যে নবাব জুইব কাবত চাবি চকুব প্ৰথম মিলনব দিন ধৰি বুলুৱে সবিতাক অন্তবব পৰা ভাল পায়। সবিতায়ো তাক ভাল পায় আৰু ভক্তি কৰে যিদিনাই জানিলে তাইব জীৱন বক্ষাব একমাত্ৰ কাবণ বুলু বুলি। কিন্তু দুয়োতাবে অন্তবব ভালপোৱা ভাব অন্তবতেই আছিল। কোনোটোৱে কাবো আগত মুখ খুলি ব্যক্ত কৰা নাছিল। অৱশ্যে সবিতাব বাহ্যিক সহজ সবল আচাৰ-ব্যৱহাৰ, কথা-বতৰাব পৰা বুলুৱে অনুমান কৰিছিল যে তাই তাক ভাল পায়, তাই ইচ্ছা কৰে যেন তাই তাব আশ্ৰিতা-ৰূপে জীৱন কটাব। থিক সেই দৰে সবিতায়ো বুলুব কথা-বতৰা, আচাৰ-ব্যৱহাৰৰ পৰা অনুমান কৰিছিল যে সি তাইক

হৃদয়ৰ পৰা ভাল পায়। কিন্তু সেই ভাল পোৱাইযে তাইক তাৰ সেৱা কৰিবলৈ সুবিধা দিব সেইটো তাই আশা কৰিব নোৱাৰিছিল। কাৰণ তাই জানে যে বুলু হৈছে গুৱাহাটী চহৰৰ এক উচ্চ বংশ ঘৰৰ ল'ৰা। তাৰ পিচত আছে এগৰ আধুনিক সমাজ, তাৰ বাপেক মাক, ইত্যাদি। তেনে অৱস্থাত তাইৰ ইচ্ছাত বুলুৱে সম্মত দিলেই যে তাইৰ আশা পূৰ্ণ হব, বুলুৱে তাইক বিয়া কৰাই পত্নী সজাই তাৰ সেৱা কৰিবলৈ সুবিধা দিব তাক তাই সম্পূৰ্ণ অসম্ভৱ বুলি ভাবে। এইদৰে কেইদিন পাৰ হৈ যায় বুলু আৰু সবিতাৰ মাজত সিহঁতৰ অন্তৰৰ গুপ্ত ভাব প্ৰকাশ নোহোৱাকৈ।

এদিন দুপৰীয়া সবিতাৰ মাহীয়েক সিহঁতৰ ঘৰলৈ আহে। আহি পায় তেওঁ সবিতাৰ বুঢ়া মাকৰ লগত তাইৰ বিয়াৰ সম্বন্ধে আলোচনা কৰে। আলোচনা প্ৰসঙ্গত মাকে সবিতাক মাহিত ওচৰত বহুৱাই কয়—"আই, মই বুঢ়া হলো। মোৰ আৰু এই মাহীয়েৰৰ বাহিৰে সংসাৰত তোৰ আপোন বুলিবলৈ আৰু কোনো নাই। মই যে সংসাৰত আৰু কেইদিন জীয়াই থাকিম সিও সন্দেহ। গতিকে মই জীয়াই থাকোতে তোৰ কিবা এটা সুবিধা কৰিব পাৰিলেই মোৰ আনন্দ। মাহীয়েৰো এই কথা লৈয়ে আহিছে। তাই ইচ্ছা কৰিলে আমাৰ ছকি-মহাজনৰ ল'ৰা পদ্মলৈকে কিবা এটা কৰিব পাৰো। কাৰণ মহাজনে মাহীয়েৰক এই বিষয়ে কৈছে।"

মাকৰ কথাবিলাক শুনি সবিতাই বিনা মেঘে বজ্ৰপাত-

পৰা যেন অনুভৱ কৰিলে। তাই বহুত সময় এ'কা মাতিব নোৱাৰি থৰ লাগি তললৈ চাই থাকে। তাইৰ মুখৰ বৰণ ক'লা পৰি যায় আৰু চকু দুটাৰে পানী ওলাও ওলাও কৰে। মাকৰ অৱস্থাটো আৰু বুলুক এৰি আনৰ লগত বিবাহৰ কাৰণে সন্মত 'দবলৈ কৰা প্ৰস্তাৱে তাইৰ মনত বৰ দুখ দিয়ে। তাই সপোনতো নাভাবিছিল যে তাইৰ বিবাহ সম্বন্ধে মাকে তেনে ভাৱে তাইৰ সন্মত বিচাৰিব। কিন্তু 'য সৰিতাই আগতে তাইৰ জীৱনটো বুলুৰ নামত উৎসর্গা কৰিছে সেই সৰিতাই মাকৰ এনে প্ৰস্তাৱত সন্মত দিব পাৰেনে ?

কিছুসময়ৰ পিচত তাই বুলুক যে বেলেগ ভাবে ভাল পাই সেই ভাবটো প্ৰকাশ নকৰি কয়— "তই কি কৈছ বুজাছা। কিন্তু মই সন্মত দিয়াৰ আগতে বুলুদাৰ সন্মত লোৱাটো উচিত হব। তই যিদৰে মোক এদিন জন্ম দিছ তেখেতেও ঠিক সেই দৰে এদিন মোৰ জীৱন ৰক্ষা কৰিছে। গতিকে বুলুদাৰ মোৰ ওপৰত পূৰ্ণ অধিকাৰ আছে আৰু বুলুদা আহিলেহে কথাটো আলোচনা কৰিলে ভাল হব।"

"তই ঠিক কৈছ। বুলুক নিশ্চয় সুধিম। মাহীয়েৰে কলে কাৰণে কথাটো কান চোৱাই কেৱল তোৰ ইচ্ছা অনিচ্ছাৰ ভাবটো বুজিলো।"

"মোৰ ইচ্ছা অনিচ্ছাৰ কোনো কথা নাই। যদি তই আৰু মাহীয়ে কোৱা কথাত বুলুদাই সন্মত দিয়ে অত মোৰ

অনিচ্ছা আৰু নাথাকে। "মাহী, বুলুদা আহিলে এবাৰ আহিবি-চোন।" এই বুলি সবিতাই মাক আৰু মাহী দুয়োৰে মন বুজাই ৰাখে।

"বাৰু, বুলু আহিলে মই আহিম। এতিয়া যাওঁ।" বুলি মাহী সবিতাহঁতৰ ঘৰৰ পৰা সেই একেখন পুনৰ স্থাপিত গাঁৱৰে নিজৰ ঘৰলৈ বুলি খোজ দিলে।

মাহী যোৱাত সবিতা আৰু মাক দুয়ো বাঁহনী ঘৰত সোমাল।

---

(ছয়)

কেইদিনমানৰ পিছৰ কথা। বুলুৱে সিহঁতৰ বিলিফ কমিটীৰ কেইজনমান সভ্যক লগত লৈ সবিতাহঁতৰ গাঁৱলৈ যায়। তেওঁলোকে সেই গাঁৱৰ বান পীড়িত হোজা সৰল কৃষক সকলক লৈ এখন সভা পাতে। সভাত গাঁৱৰ মতা-তিৰোতা ল'ৰা-বুঢ়া সকলো গোট খালে। কাৰণ সিহঁতৰ নিঃসহায় অৱস্থাত এটা আশা। কিজানি বিলিফ কমিটীৰ সভ্য সকলৰ

পৰাই কিবা সকাহ পায়—জীৱন ৰক্ষাৰ কোনো উপদেশ-বাণী শুনে !

মানুহ যেতিয়া সভাৰ ঠাই ভৰি পৰিল তেতিয়া বুলুৱে থিয় হৈ তাৰ স্বাভাৱিক সহানুভূতি ভাব ব্যঞ্জক উক্তিৰে কব ধৰিলে—

"বাইভাসকল, আপোনালোকে জানে যে আপোনালোক কৃষক সকলেই দেশৰ মেৰুদণ্ড—জাতীয় অৰ্থনৈতিক জীৱনৰ জীৱনী শক্তি। আপোনালোকৰ ওপৰতে নিৰ্ভৰ কৰিছে দেশৰ সুখ সমৃদ্ধি। কিন্তু বৰ্ত্তমান আকস্মিক প্ৰাকৃতিক দুৰ্যোগত পৰি আপোনালোক জীয়া-মৰা হোৱাৰ কাৰণেই দেশৰ মেৰুদণ্ড ভাঙি পৰিছে, দেশত এক তুমুল আতঙ্কৰ সৃষ্টি হৈছে। আপোনালোকৰ দুখত দেশৰ চাৰিও ফালৰ প্ৰজাই কান্দি উঠিছে, আৰু ঘৰৰ সা-সম্পত্তি, পথাৰৰ শস্য, গোহালীৰ গৰু-ছাগলী আদি সকলো পানীৰ বুকুত হেৰুৱাই আজি আপোনালোকে যি দুখ-যাতনাৰ মাজত এই পুনৰ্বস্থাপিত গাঁৱত বাস কৰিছে তাক সকলোৱে অনুভৱ কৰিছে।" এই বুলি কৈ বুলুৱে পুনৰ কৰলৈ নৌপাওতেই কৃষক সকলৰ মাজৰ পৰা এজন আদ-বয়সীয়া মানুহে উঠি অলপ খঙৰ সুৰত কয়—"নাই নাই, আমাৰ দুখৰ অৱস্থা কাৰো চকুত পৰা নাই। যদি পৰিল হেতেন চৰকাৰে..........।" এই বুলি কওতেই বুলুৱে হাতেৰে বহিবলৈ ইঙ্গিত দি কয়—"আপুনি বহকচোন মোৰ কথা শেষ হব দিয়ক।"

"হয়তো। বহাচোন ববতেকা। ডাঙৰীয়াৰ কথা শেষ

চলে তেতিয়াহে কি কোৱা কথা।" কৃষকসকলৰ মাজৰ পৰা আন একজনে কয়।

ৰবডেকাই 'বাক' বুলি ৰহিলত বুলু'ৱ পুনৰ আৰম্ভ কৰিলে—"বাইজ, আপোনালোক অধৈৰ্য্য নহব। মই আপোনালোকৰ ভিতৰৰ অৱস্থাটো ভালদৰে জানো আৰু সেই কাৰণেই আজি ইয়ালৈ আহি এই সভা পাতি আপোনালোকক জনাব খুজিছো আমাৰ বিশিষ্ট চ'চাইটি আৰু চৰকাৰ উভয়ৰে অৱস্থাটোৰ কথা। আপোনালোকে অলপ ধৈৰ্য্য ধৰি শুনক। যদি কিবা কবলগীয়া থাকে পিচত কব।" এই বুলি সি এবাৰ তাৰ হাতখন ডাঙি ঘড়ীটোলৈ চায় আৰম্ভ কৰে—"মই আগতে কৈছো যে আপোনালোকৰ দুখৰ অৱস্থাটো সকলোৱে অনুভৱ কৰিছে। কিন্তু বাইজ, আপোনালোকে জানে আৰু শুনিছে যে একমাত্ৰ ডিব্ৰুগড় চহৰ আৰু তাৰ আশে-পাশে থকা গাঁৱবিলাকত বানপানী হৈয়ে শান্ত থকা নাই; প্ৰায় গোটেই দেশজুৰি ই মানুহক জুকলা কৰিছে। অৱশ্যে এইটো সত্য যে বিপদগ্ৰস্ত প্ৰজাৰ বেছি সংখ্যাকেই আপোনালোকৰ নিচিনা দৰিদ্ৰ কৃষক প্ৰজা। কিন্তু একেটা বিপদেই দেশৰ ইমূৰৰ পৰা সিমূৰলৈ হোৱাৰ কাৰণে বিশিষ্ট চ'চাইটি সমূহে সকলো ফালে চকু দিব লগাত পৰিছে, চৰকাৰে প্ৰত্যেকখন জিলাৰ সকলো অঞ্চলতে পৰিদৰ্শন কৰি বহুমুখি সাহায্য কৰিব লগাত পৰিছে। গতিকে আপোনালোকে যে উপযুক্ত সাহায্য পোৱা নাই তাক মই অস্বীকাৰ কৰিব নোৱাৰো আৰু সেই

বুলি আমি আমাৰ চৰকাৰকো দোষিব নোৱাৰো। সেইটো কৰিলে আমাৰ ভুল হ'ব।"

"ভুল নহয় ডাঙৰীয়া। আমাৰ চৰকাৰৰ বহুত দোষ আছে। আমি নিশ্চয় চৰকাৰক দোষ দিম। আমাৰ ভাল অৱস্থাত দেশৰ কি চহকী প্ৰজা, কি চৰকাৰ সকলোৱেই আমাৰ মুখলৈ চাই থাকে। কিন্তু আজি আমাৰ এই নিঃসহায় অৱস্থাত সকলোৱে পিঠি পাচ দিছে। তেওঁলোকে যি অলপ ধন, বস্ত্ৰ বিতৰণ কৰিছে তাতো ঘোৰ অবিচাৰ। য'ত দহ মোন চাউল দিব লাগে তাত দিছে বিশ মোন, য'ত বিশ মোন দিব লাগে তাত দিছে দহ মোন। বিশেষকৈ আমাৰ মন্ত্ৰী ডাঙৰীয়া সকলৰ জন্ম ঠাই আৰু জিলাবিলাকে ভাল সুবিধা ভোগ কৰিছে।" বৰডেকাই অন্তৰৰ জ্বালাত এইদৰে কোৱাত কৃষক সকলৰ মাজৰ পৰা আন কেইজনমানে উঠি তেওঁক সমৰ্থন কৰি কয়—"হয় হয়, বৰডেকাৰ কথাৰ অলপো ভুল নাই।"

বুলুৱে অৱস্থা জটিল যেন ভাবি দুইহাত জোৰি "বহক বাইজ" বুলি অনুৰোধৰ সুৰত চিঞৰি ক'লে। কিছু সময়ৰ পিচত তাৰ ইফালে মানুহবিলাক বহিল। বুলুৱে তেতিয়া পুনৰ আৰম্ভ কৰিলে—"বাইজ, আপোনালোকে চৰকাৰৰ যি দোষ লৈ ইংগিত কৰিছে তাৰ দীঘল আলোচনা মই নকৰো। কাৰণ মই আহিছো আপোনালোকৰ দুখপূৰ্ণ অৱস্থাৰ আলোচনা কৰিবলৈ। আপোনালোকে জানে যে মানুহ মাত্ৰেই ভুল হয়। গতিকে চৰকাৰী

বিষয়। সকলযো যে ভুল নহব তাৰ কোনো মানে নাই। আজিৰ দিনত চৰকাৰৰ মূৰৰ ওপৰত দোষৰ গধুৰ বোজাটো তুলি দি আমি হাত ভৰি সাৰ্ট্তি বহি থাকিলে নহব। মোৰ বিশ্বাস আজি গোটেই দেশ জুৰি বান পানীৰ মমতাহীন আক্রমনত যি এক মহামাৰি পৰিস্থিতিৰ সৃষ্টি হৈছে তাক অকল চৰকাৰী বা বিলিফ সমিতিৰ সাহাযাই পূৰ্ণাঙ্গৰূপে সমাধান কৰিব নোৱাৰে। যি কোনো সাহাযাই নহওক তাত যদি আপোনালোকে নিজেও অলপ সহযোগীতা নকৰে সি কেতিয়াও কাৰ্য্যকৰি হব নোৱাৰে। চৰকাৰেই সকলো কৰিব এই বুলি বহি থাকিলে আমি ডাঙৰ ভুল কৰা হব। আমি ভাবিব লাগিব যে আমিয়েই চৰকাৰ আৰু চৰকাৰেই আমি।" বুলুৱে এইদৰে কোৱাত আগতে উঠা বুঢ়া জনে উঠি লাহে লাহে কয়—"বাচাই ঠিক কৈছে। চৰকাৰে আমাক ইমান মাটি-বাৰি দি এই গাওঁখন পাতিছে। তাৰোপৰি মাজে-সময়ে চাউল-মাহ আদিও সহায় পাই আছো। তাৰ উপৰিনো আৰু চৰকাৰে কি কৰিব? এতিয়া আমি নিজেই নিজক টনকীয়াল কৰি তুলিব লাগিব।" এইবুলি কৈ বহিল।

বুঢ়া বহিলত বুলুৱে উঠি কয়—"আমাৰ বুঢ়া আপে ঠিক বুজিছে। এতিয়া আপোনালোকে নিজেই নিজক টনকীয়াল কৰি তুলিব লাগিব। এতিয়া গুনক নিজেই নিজক টনকীয়াল কৰিবলৈ হলে আপোনালোকে কি কৰ্ত্তব্য কৰিব লাগিব।" এইবুলি সি তাৰ হাতৰ ঘড়ীটো এবাৰ চায় আৰম্ভ কৰে—

"প্ৰথম কথা হৈছে আপোনালোকে চৰকাৰী সাহায্যত সংযোগ কৰিব লাগিব। আৰু এই সহযোগিতাকোনেকৈ কৰিব শুনক—

মই প্ৰথমে আই আৰু ভনীসকলক কওঁ। আপোনালোকে নিশ্চয় তাঁতশাল বব জানে। মই চৰকাৰৰ ভবিষ্যতে আপোনালোকক সূতাৰ যোগান ধৰিম। আপোনালোকে সেই সূতাৰে তাঁতশালত কাপোৰ লগাব। তেতিয়া আপোনালোকৰ জীৱিকা লাভৰ লগে লগে আমাৰ দেশৰ কুটিৰ শিল্পৰ উন্নতি হব, দেশৰ গৌৰৱ বাঢ়ি যাব। চৰকাৰৰ চেষ্টা আৰু সাহায্যত আজি ভাৰতৰ প্ৰায় ঠাইতে এই তাঁতশাল শিল্পই নানা সমাজৰ মাজত সমাদৰ লাভ কৰিছে। গতিকে আমাৰ অসমীয়া তিৰোতাসকল এই কাৰ্য্যত উদাসিন হোৱাটো অথবা ইয়াত হাত দিবলৈ লাজ পোৱাটো বৰ অনুতাপৰ কথা। আপোনালোকে এই জাতীয় মহৎ কাৰ্য্যত হাত দিয়ক চৰকাৰে নিশ্চয় সহায় কৰিব। আপোনালোক সকলো তিৰোতাই দুখ-কষ্ট পাহৰি যাওক, তাঁতশালত মাকো মাৰিবলৈ সাজু হওঁক।

দ্বিতীয়তে মই ডেকা কৃষক সকলক কওঁ। আপোনালোকে খেতি কৰিবলৈ সাজু হওঁক। আপোনালোকে ইচ্ছা কৰিলে খেতিৰ আৱশ্যকীয় সকলো বস্তু চৰকাৰে সহায় কৰিব। খেতিয়কক মাটি দিবৰ কাৰণে চৰকাৰে জমিদাৰি প্ৰথা উচ্ছেদৰ কাৰণে মন্ত্ৰণা চলাইছে, উন্নত ধৰণে খেতি কৰি প্ৰচুৰ শস্য উৎপাদন কৰিবলৈ চৰকাৰে আধুনিক উন্নত ধৰণৰ যন্ত্ৰপাতি

যোগান ধৰিবলৈ সাজু হৈছে। গতিকে আপোনালোকে গাত নতুন বল থাকি কাম কৰিবলৈ সাজু হলেই হয়। বাহিৰৰ ইচ্ছাত কোনো শক্তিয়ে বাধা দিব পাৰে সি অসম্ভৱ। শেষত মই বুঢ়া সকলক কওঁ। আপোনালোকে নিশ্চয় খেতি-পথাৰলৈ যাব নোৱাৰে। গতিকে আপোনালোকে ঘৰতে বহি বাহ-বেটৰ কাম কৰিবলৈ লাগক। তেতিয়া নিজৰ পৰিয়ালৰ বহুত অভাৱ দূৰ হব আৰু লগতে আমাৰ জাতীয় মৰ্য্যাদাও বহুগুণে বাঢ়িব। কাৰণ আপোনালোকে জানে যে পুৰণি কালত আমাৰ দেশ এনেবিলাক কুটিৰ শিল্পত বহুত উন্নত আছিল। সেই কালত এনে কিছুমান পৰিয়াল আছিল যাৰ জীৱিকা নিৰ্ব্বাহৰ একমাত্ৰ সম্বল আছিল কুটিৰ শিল্পই। গতিকে আপোনালোকে এই মহৎ কাৰ্য্যত হাত দিলে ই আপোনালোকৰ বৰ্ত্তমানৰ অৱস্থাটো টনকীয়াল কৰাত সহায় হব আৰু আমাৰ সমাজৰো অৰ্থ-নৈতিক অৱস্থাই গা কৰি উঠিবলৈ বল পাব।” এই বুলি কৈ বুলুৱে জেপৰ পৰা এখনকমাল উলিয়াই তাৰ মুখৰ ঘামবিলাক মুচি এক নতুন সুৰত কয়— “মই সামৰণিত কওঁ আপোনালোকে এখন বহুমুখী সমবায় সমিতি (Multipurpose Co-operative Society) গঠন কৰক। সেই সমিতিৰ জৰিয়তে আপোনালোকৰ সকলো সমস্যা সমাধান কৰিবলৈ সুবিধা হব।” এই বুলি কৈ সভা ভঙ্গ কৰে।

বাইজ ভাঙি ঘৰা-ঘৰী গ’ল। বুলুৱে লগৰ কেইজনক চহৰলৈ পঠাই দি সি সবিতাহঁতৰ ঘৰলৈ খোজ দিলে।

---

( সাত )

বুলুৱে সবিতাহঁতৰ ঘৰ পালেহি। সি ভিতৰলৈ সোমায় গ'ল। গৈ দেখে যে বুঢ়া আইতাক ঘৰত নাই। সবিতাই বাহৰ চাঙখনৰ ওপৰতে কাতি হৈ শুই আছে। তাই গাৰ চাদৰখনেৰে গা মূৰ গোটেই ঢাকি ৰাখিছে। বুলুৱে প্ৰথমে তাইক মাত নিদিলে। সি অলপ ধেমালি কৰিবৰ মনেৰে সবিতাৰ মূৰৰ পৰা চাদৰখন আঁতৰাই দি তাইৰ মুখখনলৈ চালে। কিন্তু তাইৰ মুখখন দেখাৰ লগে লগে তাৰ নিজৰ মুখৰ বৰণ পৰিবৰ্ত্তন হৈ গ'ল। সি যি ধেমালিৰ ভাব লৈ চাদৰখন আঁতৰাই তাইৰ মুখলৈ চাইছিল সেই ভাব একমুহূৰ্ত্তৰ ভিতৰতে ভয়পাৰি গ'ল। ইয়াৰ কাৰণ বুলুৱে সবিতাৰ মুখত দেখিলে এটা কৰুণ দৃশ্য। তাইৰ দুচকুৰে জৰজৰ কৰে চকুপানী বৰ ধৰিছে। সেই চকুপানী তাইৰ দুগালেদি বৈ গৈ গাৰুটো তিতাই পেলাইছে। সি আচৰিত হ'ল। সি ভাবিলে সবিতাই নিশ্চয় খোৱাৰ কষ্টত দুখ পাইছে, নতুবা কোনো বিশেষ কথাত তাই তাইৰ কোমল অন্তৰত দাৰুণ ভাবে আঘাট পাইছে। আৰু ভাবেই সামাজিক দেখি হয়তো তাই কান্দিছে। এইদৰে অলপ সময় ভাবি সি "সবিতা—সবিতা" বুলি তাইৰ মূৰটো লাহেকৈ জোকাৰি দিলে। তাই হঠাৎ উচপ্ খাই চকু দুটা মেলিলে আৰু মূৰটো ঘূৰাই দেখিলে তাইৰ বুলু। তাই তাইৰ অসংযত কাপোৰৰে থকা অৱস্থাটোৰ কাৰণে অলপ লাজ কৰিলে। তাই তৎক্ষণাৎ চাঙৰ পৰা

নামি আহি চাদৰখন ভাল দৰে গাত ললে আৰু চাওৰ ওপৰৰ কঠটো তোকাই ভালকৈ পাৰি দি "ইয়াতে বহক" বুলি পিচ মুহূৰ্ত্তত আকৌ সুধিলে—"মিটিং এতিয়াহে শেষ হ'ল নেকি ?"

"এৰা, মিটিং ভাঙিয়ে ইয়ালৈ আহিছো।" বুলি বুলুৰে চাওখনতে লাহেকৈ বহিল। এনেতে সবিতাই "মই ভিতৰৰ পৰা আহো" বুলি যাব খোজে। কিন্তু বুলুৱে তাইক বাধা দি কয়—

"চাও শুনাচোন সবিতা।"

সবিতা ওচৰলৈ যায় আৰু তাৰ কাষতে চাওখনৰ গাটো লগাই থিয় হয়।

"আইতা ক'ত ?"

"মা মিটিং শুনিবলৈ যাও বুলি ওলাই গৈছে। আৰু কৈছিল মিটিংৰ পৰাই হেনো মাহীৰ ঘৰলৈ যাব।"

"অ' সেই কাৰণেহে আহি পোৱা নাই।" এই বুলি কৈ সি আকৌ কয়—"বাৰু তুমি শুই থাকোতে কিবা সপোন দেখিছিলা নহয় ?" সপোনৰ কথা কওতেই সবিতাৰ মনলৈ সপোনৰ গোটেই কাহিনীটো আহি পৰে। তাই সপোনত যে কান্দিছিল সেই কথাও মনলৈ আহে আৰু লগে লগে তাইৰ মুখৰ বৰণ পৰিবৰ্ত্তন হয়। তাই একো উত্তৰ নিদি মনে মনে থাকিল।

বুলুৱে তাইৰ অৱস্থাটো ভালদৰে বুজি পুনৰ প্ৰশ্ন সুধিলে—

"সপোনত বাৰু কিয় কান্দিছিলা ?" সবিতাই তাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ ভয় আৰু লাজ কৰে। তাই এবাৰ কিবা কম বুলি বুলুৰ মুখলৈ চায় আকৌ নিমাত হৈ ৰ'ল।

"কোৱা, কিয় কান্দিছিলা?" এইবাৰ তাই উত্তৰ নিদি নোৱাৰিলে। কিন্তু পোনপতীয়াকৈ তাই কন্দাৰ কাৰণটো কবলৈ সংকোচ কৰি কলে—"মই কিয় কান্দিছিলো কব নোৱাৰো। কিন্তু মই এইদৰে সপোনত প্ৰায়ে কান্দো। বিশেষ কাৰণ একো নাথাকে।"

"সেইটো অসম্ভৱ। মানুহৰ চকুপানী অন্তৰৰ দুখপূৰ্ণ ভাৱ অনুভূতিৰ সাক্ষি। মানুহে কান্দে যেতিয়া তেওঁৰ অন্তৰত কোনো আঘাত লাগে। কেতিয়াবা অতি আনন্দতো মানুহৰ চকুপানী ওলাই। কিন্তু সেই চকুপানীয়ে দুগাল তিয়াই বৈ গৈ শুই থকা গাৰু তিতাব নোৱাৰে। আৰু মানুহে সপোন দেখে যেতিয়া কিছুমান ভাব অনুভূতি, আশা-আকাংখা মনত অপ্ৰকাশিত ভাবে লুকাই ৰাখে। গতিকে তোমাৰ সপোন আৰু চকুপানী দুয়োটাৰে নিশ্চয় কিবা কাৰণ আছে।"

"কাৰণ একো নাই। মই মিছাই কান্দিছিলো।"

"তাৰ মানে তোমাৰ সপোনৰ কাৰণ, তোমাৰ চকুপানীৰ কাৰণ, জানিবৰ মোৰ অধিকাৰ নাই? তেন্তে মই যাও।" এই বুলি সি যাবলৈ উঠে।

"নাযাব বুলুদা। যাব লগীয়া কোনোটো কাৰণ হোৱা নাই।" সৰিতাই বাধা দি কয়।

"তুমিয়ে মোক যাব কৈছা। যদি তোমাৰ অন্তৰৰ কথা জানিব মোৰ অধিকাৰ নাই তেন্তে তোমাৰ ওচৰত বহিবৰ অধিকাৰ ক'ত থাকিল?" এই বুলি কৈ সি অসন্তোষ মনেৰে যায়। নবহোৱাকৈ ৰহিল।

সবিতাৰ কাৰণে ই এক দাৰুণ চিন্তাৰ কাৰণ হৈ পৰিল। তাই ভাবে—যদি তাই সপোনটোৰ কথা উল্লেখ কৰি তাইৰ কন্দাৰ কাৰণ ব্যক্ত নকৰে তাইৰ বুলু গুচি যায়; আৰু যদি ব্যক্ত ক'ৰ তাইৰ অন্তৰৰ পবিত্ৰ গুপ্ত ভাব প্ৰকাশ কৰে কিজানি বুলুৱে তাইক হীনমনোবৃত্তিৰ ছোৱালী বুলি ভাবে। তাই এক মুহূৰ্ত্তৰ ভিতৰতে বহুত কথা ভাবি শেষত তাইৰ অন্তৰৰ ভাব প্ৰকাশ কৰাকে স্থিৰ কৰিলে। কিন্তু তাৰ আগতে তাই বুলুক সোধে—“মই যদি কন্দাৰ কাৰণ কওঁ আপুনি তাৰ জানো প্ৰতিকাৰ কৰিব পাৰিব?”

“নিশ্চয় পাৰিম। মাত্ৰ কোৱা তুমি কি সপোন দেখিছিলা আৰু কিয় কান্দিছিলা।”

সবিতাই বাধ্যত পৰি কওঁ-নকওঁকৈ কবলৈ ধৰে—“সপোনত আন একো দেখা নাছিলো—কেৱল দেখিছিলো আপোনাৰ এখন বিয়া। আপোনাৰ বোলে গুৱাহাটীৰে এজনী ধুনীয়া ছোৱালীৰ লগত বিয়া হৈ গৈছে। আৰু বিয়া হোৱাৰ পিচতহে হেনো আমালৈ চিঠি দিছে। আপোনাৰ চিঠিখন পাই পঢ়িছো আৰু পঢ়া শেষ হোৱাত কিয় নাজানো মোৰ চকুৰ পৰা ধাৰাসাৰে পানী ওলাব ধৰিছে।” এই বুলি সবিতাই তলমূৰ কৰে।

“অ' সেই কাৰণেই তুমি কান্দিছিলা?” এই বুলি হাঁহি-মুখেৰে কৈ বুলুৱে বাওঁহাতখনেৰে সবিতাক কাষত ধৰি ওচৰ চপায় আনে আৰু কয়—“বাৰু মোৰ লগত আনৰ বিয়া হলে তোমাৰ সচায় দুখ লাগিবনে?”

বুলুৰ প্ৰশ্নত সবিতাৰ মুখ লাজত ৰঙা পৰি উঠে। তাইৰ ওঠ দুটাই ইঙ্গিত দিছে তাই যেন "দুখ লাগিব" বুলি কব। কিন্তু তাই ফুটাই উত্তৰ দিব নোৱাৰি নিমাতে ৰ'ল।

"কিয়, নিমাত হৈ ৰ'লা দেখোন?"

"আপুনি কওকচোন মোক যদি গাঁৱৰ কোনো ডেকালৈ বিয়া দিয়ে আপোনাৰ কেনে লাগিব।" এই বুলি সবিতাই বুলুৰ পৰাহে প্ৰথমে তাৰ অন্তৰৰ আচল ভাব জানিব ইচ্ছা কৰে।

সবিতাৰ কথাত বুলুৱে বুজি পালে যে তাই তাইৰ অন্তৰৰ ভাব তাৰ আগত প্ৰকাশ কৰিবলৈ ভয় আৰু লাজ কৰিছে। এই ভয় আৰু লাজেই বহুত ছোৱালীক তাইৰ আশাৰ প্ৰিয়জনক লাভ কৰাৰ পৰা বঞ্চিত কৰে। সি তাইৰ মানসিক অৱস্থাটো বুজি নিজেই প্ৰথমে তাৰ অন্তৰত সাঁচি থোৱা ভাব সবিতাৰ আগত প্ৰকাশ কৰিলে—"সবিতা, মই তোমাক আনৰ লগত বিয়া হব নিদিওঁ আৰু মইও আন কোনো ছোৱালীক বিয়া নকৰাওঁ। মই তোমাক আগতেই কৈছো যে তোমাৰ ভবিষ্যৎ জীৱন সুখৰ কৰি তুলিম মই। মই এই কথাৰ সত্যতা ৰক্ষা কৰিম তোমাক বিবাহ কৰি। সপোনৰ কথা ভাবি দুখ নকৰিবা। সপোনৰ কথাত বিশ্বাস কৰামানে আত্ম-বিশ্বাস হেৰুৱা। তোমাৰ কি ইচ্ছা?"

"আপুনি যি ভাবিছে মইও ঠিক তাকে ভাবিছো। আপোনাৰ সেৱাৰ কাৰণেই মোৰ জীৱনটো বুলি ভাবি লৈছো। আপোনাৰ চিন্তা কৰিছে দুখত সুখ, নিৰাশাত আশা লাভ কৰো।

কিন্তু........।” তাই আৰু কব নোৱাৰা হয়। দুচকুৰে পানী বৈ আছে।

“কিন্তু কি? কিয়, তুমি কান্দিছা দেখোন?”

“মাহি আৰু মা দুয়ো লগ হৈ সিদিনা মোৰ বিয়াৰ কাৰণে আলোচনা কৰিছে। সিইঁতে আমাৰ গাঁৱৰে পদ্ম নামৰ ল’ৰা এজনলৈ মোক বিয়া দিবলৈ ইচ্ছা কৰি মোৰ ইচ্ছা অনিচ্ছাৰ বিষয়ে সুধিছিল।”

“তুমি তেতিয়া কি কলা?”

“মই তেতিয়া আপোনাৰ লগত আলোচনা কাৰহে কিবা এটা কৰিলে ভাল হব বুলি কলো আৰু মোৰ কথাত মাই হয়ভৰ দিছে”

“বৰ ভাল কথা। আইতা যদি এতিয়া মাহীক লৈ আহি পায় সকলো আজিতে থিক হৈ যাব। মোৰ বৰ্ত্তমানত তোমাক আনৰ লগত কেতিয়াও বিয়া দিব নোৱাৰে। তোমাৰ ভৱিষ্যত জীৱন গঢ়ি তুলিম মই।”

বুলুৰ কথাত সবিতাৰ অন্তৰত আনন্দৰ ঢৌ উথলি উঠে। তাৰ কথাই তাইৰ মনত নতুন বল দিলে, হেৰুৱা আশা পুনৰ তাইৰ মনলৈ ঘুৰাই আনিলে। তাই অলপ পিছতে হাহোঁ-হাহোঁ মুখখনেৰে বুলুৰ মুখলৈ চায় লাজ কুৰিয়া ভাবেৰে কয়—“আপুনি অলপ সময় বহক মই অলপ চাহ জাল দি আহো।” এই বুলি তাই বুলুৰ কাষৰ পৰা বান্ধনী ঘৰলৈ যায়।

সবিতা গৈ বান্ধনী ঘৰ সোমাইছে তাৰ পিচতে তাইৰ মাক আৰু মাহী আহি ঘৰ সোমায়। তেওঁলোকে সোমায়ে বুলুক দেখে। মাহীয়ে আগতে কোনোদিন বুলুৰ লগত কথা হোৱা নাই। গতিকে লাজকৰি ভিতৰলৈ সোমাই গৈ সবিতাৰ ওচৰ পায়। কিন্তু সবিতাৰ মাকে 'বুলু' বুলি তাৰ ওচৰলৈ যায় আৰু কাষতে বহি সোধে—"মিটিংৰ পৰা বাহিৰে বাহিৰে আহিছ নহয়?"

"হয় আইতা। লগৰ কেইজনক চহৰলৈ পঠাই দি মই ইয়াত সোমালো। পিচে এটা কথা শুনিছোঁ, হয়নে?"

"কি কথা? কচোন বাৰু?"

"সবিতাৰ বোলে বিয়াৰ ঠিক কৰিছে।"

"তই ক'ৰ পৰা শুনিলি?"

"সবিতাৰ মুখৰ পৰাই শুনিলো।"

"অ'। কথাটো একেবাৰে নোহোৱা নহয়। হৰি মহাজনে তেওঁৰ ডাঙৰটো ল'ৰা পদ্মলৈকে তাইক নিবলৈ মাহীয়েকৰ আগত ইচ্ছা প্ৰকাশ কৰিছে। তাকে মাহীয়েকে আহি মোক কোৱাত সবিতাক তাইৰ কি ইচ্ছা সুধিছিলো। পিছে তাই কথাটো তোক জনাই, তোৰ মতামত লোৱাৰ কথা ক'লে। পিছে তই কেনে দেখ। দেখিচইতো হোৱালী জনী দিনে দিনে ডাঙৰ হৈ আহিছে। মযো জীৱনৰ শেষ অৱস্থা পাইছোহি। এনে অৱস্থাত তাইক কেনেকৈ যেচি দিন ৰাখি থওঁ?"

"তেন্তে সবিতাক পদ্মলৈকে দিয়া ঠিক হৈছে ?"

"ঠিক হোৱা নোহোৱা নিৰ্ভৰ কৰিছে তোৰ ওপৰত। তই যদি ভাল দেখ তাত কাৰো আপত্তি নাথাকে।"

বুলুৱে কিছুসময় একো নামাতি তললৈ চাই ৰয়। এনেতে মাহী ভিতৰৰ পৰা আহি সবিতাৰ মাকৰ কাষতে বহেহি। সবিতাই ভিতৰৰ পৰাই বুলুৱে তাইৰ মাকৰ আগত কি কয় তালৈ কাণ দি আছিল।

কিছুসময়ৰ পিছত বুলুৱে মুখটো ডাঙি কয়—"সবিতাৰ আনৰ লগত বিয়া হব নোৱাৰে। যদি আঁপোনালোকে ইচ্ছা কৰে সবিতাক মই বিয়া কৰাম।"

বুলুৰ এনে পোনপটিয়া কথাত সবিতাৰ মাকে সপোনত কথা শুনাদি শুনিলে। বুলুৱে সবিতাৰ নিচিনা এজনী গাৱঁলীয়া কৃষক ছোৱালী বিয়া কৰিব তাত তেওঁ ৰবকৈ আচৰিত হ'ল আৰু তৎক্ষণাত বিশ্বাস কৰিবলৈ টান পায় কলে—"বাচা তোৰ যদি তাইৰ প্ৰতি কিবা এটা ইচ্ছা আছে তাত আমাৰ কোনো আপত্তি নাই। কিন্তু তই হলি ডাঙৰ মানুহৰ ল'ৰা। তোৰ মাৰ দেউতাৰেতো আমাৰ নিচিনা মানুহৰ ছোৱালী নিবলৈ কেতিয়াও সন্মত নহব।" "সেইটো পিচ কথা। আপোনালোকৰ কোনো আপত্তি নাথাকিলেই হ'ল।"

"আমাৰ কোনো আপত্তি নাই। তই যি ভাল দেখ তাকে কৰ। কেৱল আশা কৰো তাইৰ যেন ভবিষ্যত জীৱনত সুখ হয়।"

"তাইৰ সুখেই সকলো। ভবিষ্যতত তাই কেনেকৈ সুখেৰে থাই পিন্ধি থাকিব তাৰ কাৰণে চিন্তা কৰিহে আমি বিয়াখনৰ কথা ভাবিছিলোঁ।"—মাহীয়ে কয়।

"এতিয়া আৰু তেওঁৰ কাৰণে চিন্তা কৰিব নেলাগে। মই ডাক্তৰী পৰীক্ষাটো দিয়াৰ পিচতে সকলো সুবিধা কৰিম।" ৰুলুৱে এইদৰে কোৱাৰ পিচতে সবিতাই চাহ আনি তাৰ আগত দিয়ে। সবিতাৰ মাক আৰু মাহীয়েকে তাক চাহ খাব কৈ ভিতৰলৈ যায়। সবিতা তাৰ ওচৰতে থিয় দি ৰ'ল। আৰু সি চাহ খাই থাকোতেই তাই সোধে—"পৰীক্ষালৈ আৰু কিমান দিন আছে?"

"বেচি দিন নাই। প্ৰায় পোন্ধৰ দিন মান আছে।" এই বুলি কৈ সি আকৌ চাহৰ বাতিত মুখ দিয়ে। চাহ খোৱা শেষ হোৱাত সি বহাৰ পৰা উঠি সবিতাক কয়—"তুমি আৰু চিন্তা নকৰিবা। মই পৰীক্ষাৰ পিচতে সকলো সুবিধা কৰিম বুলি তোমাৰ মা আৰু মাহীৰ আগত কৈছো। মই পৰীক্ষা শেষ নহয় মানে বোধহয় ইয়ালৈ আহিব নোৱাৰিম। আইতাৰ বা তোমাৰ অসুখ অশান্তি হলে মাহীকে মাতি আনি সহায় লবা। মই এতিয়া যাওঁ।" এই বুলি সি আপবাঢ়ি গৈ ভিতৰৰ কোঠাটোলৈ মুখ কৰি সবিতাৰ মাক আৰু মাহীৰ পৰা বিদায় লৈ বাহিৰ ওলাই যায় আৰু চহৰৰ ফাললৈ খোজ দিয়ে।

সবিতাই সি যোৱাৰ ফালে কিছুসময় চাই থাকি ভিতৰলৈ সোমায় যায়। তাই সোমায় যায়ে মাক্ক

মাহীয়েকক কোৱা শুনে—“সি আমাৰ সৱিতাক বিয়া কৰিব এই কথাত মোৰো সন্দেহ হৈছে। কিন্তু তাক যে অবিশ্বাস কৰিব নোৱাৰো।”

“বুলু দাদাই কেতিয়াও মিছা কথা নকয়। তোমালোকে কৰিলেও মই কেতিয়াও তেওঁক অবিশ্বাস কৰিব নোৱাৰো।”

মাহী—“কিন্তু এটা কথা। বুলুদাদাৰে তোৰ মৰম এবাৰ নোৱাৰি বাক বিয়া কৰি নিলেই। যদি তেওঁৰ মাক-বাপেকে তোক মৰম নকৰি তোৰ ওপৰত অত্যাচাৰ কৰে তেতিয়া তই কি সুখে গৃহস্থি কৰিবি? সেইটোহে বিবাহিতা জীৱনত ছোৱালীৰ কাৰণে দুখৰ কথা।”

“জীৱনত যদি দুখ আছে হব। সেই বুলি মই বুলু-দাদাৰ ইচ্ছাৰ বিৰুদ্ধে কেতিয়াও যাব নোৱাৰো। যি জনে মোৰ জীৱন ৰক্ষা কৰিছে তেওঁৰ সেৱাত মোৰ জীৱন উচৰ্গা কৰাৰ বাহিৰে মোৰ আৰু আন ডাঙৰ মহৎ কাম হব নোৱাৰে। তেওঁক সেৱা কৰাত যদি জীৱনত কোনো দুখ যাতনাও পাওঁ তাক সুখৰ কাৰণ বুলিয়ে ভাবিম। তেওঁৰ ভৱি-ষ্যৎ জীৱনৰ শান্তিয়ে হৈছে মোৰ কামনা।”

সৱিতাৰ কথাত মাক আৰু মাহীয়েকে ভালদৰে বুজিলে যে তাইৰ আৰু বুলুৰ মাজত যি ভাল পোৱাৰ ভাব জাগিছে সি অতি গভীৰ। গতিকে তাইৰ মাকে মাহীক কলে—“সিহঁতৰ দুয়োৰে আশা পূৰ্ণ হওক। মহাজনে ছোৱালীৰ বিষয়ে যদি পুনৰ কিবা কথা সোধে তই মাথোন কৰি যে তাইৰ

বিয়াৰ বন্দোবস্ত আগতে হৈ গৈছে। আন আৰু কোনো কথা মুলিয়াবি।"

"বাৰু, মই এতিয়া যাওঁ।" এই বুলি মাহী নিজৰ ঘৰলৈ গুছি গ'ল।

---

( আঠ )

গুৱাহাটীত। ভবলুমুখৰ বিপিন ডাক্তৰৰ একমাত্ৰ ছোৱালী গীতা। তাই দেখিবলৈ বৰ ধুনীয়া। চহৰৰ ছোৱালীবিলাকৰ ভিতৰতে এজনী বিশেষ ভাবে লেখত লবলগীয়া ছোৱালী। তাইৰ বয়স সোতৰ কি ওঠৰ মান হৰ। পঢ়িছিল প্ৰথমে গুৱাহাটীৰ কটন কলেজত। কিন্তু কটন কলেজত প্ৰথম বছৰটো কোনোমতে পঢ়ি দ্বিতীয় বছৰত ছোৱালীৰ কলেজলৈ ট্ৰেন্স্ফাৰ হবলৈ বাধ্য হয়। কাৰণ তাই যি আপটুডেট ধৰণে কলেজলৈ অহা যোৱা কৰিব ধৰিলে কলেজীয়া ল'ৰা বলাকে তাইক নোজোকাই থাকিব নোৱাৰিলে। তাই ছাত্ৰবিলাকৰ মাজত বগা কাউৰী যেন হ'ল। বাস্তাতো তাইক জোকাব নেৰিছিল। বিশেষকৈ কলেজৰ কেইটামান থেমে-লীয়া ছাত্ৰই তাইক দেখিলেই "নাৰগীচ," "মণি ড্ৰাইভাৰ" ইত্যাদি আখ্যা দি উপহাস কৰি হাহেঁ।

তাই বৰ্ত্তমান হেন্দিক্ কলেজত। তাই কলেজলৈ কোনো দিনে খোজকাঢ়ি নাযায়। মণি ড্ৰাইভাৰে সদায় মটৰেৰে তাইক কলেজলৈ অনা নিয়া কৰে। বজাৰত কাপোৰ কাণি বা আন কোনো ঘৰৰ লাগতীয়াল বস্তু কিনিবলৈ হলে গীতা নিজেই দোকানলৈ আহে। তাইৰ লগত আহে কেৱল মণি ড্ৰাইভাৰ। সিহঁতে প্ৰায় মটৰ লৈয়ে আহে আৰু যদি কেতিয়াবা কাচিৎ খোজ কাঢ়ি আহিব লগীয়া হয় তেতিয়াও মণি ড্ৰাইভাৰেই তাইৰ বডিগাৰ্ড হিচাবে আহে। এইদৰে আহোঁতে যাওঁতে মণিয়ে গীতাৰ লগত কথা পাতিবলৈ সুবিধা পায়। কিন্তু এই সুবিধাত সি কেতিয়াও বেয়া ভাব প্ৰকাশ নকৰিছিল কিন্তু পিচত সি গীতাৰ পৰা তাক ভাল পোৱাৰ ইঙ্গিত পালে। সেই ইঙ্গিতত সি সহজে সহানুভূতি দেখুৱালে আৰু সুবিধা লৈ তাইক বাহিৰে ভিতৰে উপভোগ কৰিলে। এই উন্মাদ প্ৰেমৰ প্ৰধান কাৰণ বাহিৰত ভাঙৰ মানুহৰ ছোৱালী বুলি মুখ দেখুৱাই ফুৰা গীতাৰ কামাতুৰ চঞ্চল মন আৰু তাইৰ মাক বাপেকৰ তাইৰ বাহিৰৰ সাধুতাত সৰল বিশ্বাস।

গীতা আৰু মণি ড্ৰাইভাৰৰ মাজত প্ৰেমৰ কাহিনী আৰম্ভ হোৱা বহুত দিন হৈ গৈছে। কিন্তু সিহঁত দুটাৰ বাহিৰে আনে তাৰ অলপো গম পোৱা নাই।

এই গীতাকে লৈ তাইৰ মাক বাপেকে বহুত কথা কল্পনা কৰিছে। তাই অলপতে আই এ পাচ কৰিব, তেতিয়া

তাইক চহৰৰে এজন ভাল লৰালৈ বিয়া দিব, সিহঁতে নতুন জোঁৱাই পাব, জোঁৱাইৰ পৰা যথেষ্ট সন্মান পাব, নাতি ল'ৰা-ছোৱালীৰ মুখ দেখিব, ইত্যাদি।

মোহন উকিলৰ লগত বিপিন ডাক্তৰৰ ভাল পৰিচয় আছে। স্থানীয়া অৱস্থাৰ পৰাই দুয়োৰে চিনাকি। তাতে এই বিপিন ডাক্তৰেই সিদিনা বুলুক টান জ্বৰৰ পৰা ভাল কৰিছে। ঔষধ পাতিৰ কোনো মূল্য লোৱা নাই। কাৰণ তাৰ আগতে এদিন ডাক্তৰণীয়ে ডাক্তৰৰ আগত গীতাক বুলুলৈকে বিয়া দিয়াৰ কথা কৈছিল আৰু ডাক্তৰেও তাত সম্মত দিছিল। ডাক্তৰণীয়ে এই কথাটো উকিলৰ আগত প্ৰকাশ কৰিবলৈ ডাক্তৰক প্ৰায় সদায় কয়। ডাক্তৰে অৱশ্যে প্ৰথমে কথাটো উকিলৰ আগত উলিয়াৰ সংকোচ কৰিছিল। কাৰণ বুলুৰ বিয়া বাৰুৰ সম্বন্ধে উকিলৰ পৰা তেওঁ কোনো কথা শুনা নাছিল। কিন্তু এদিন যেতিয়া উকিলে তেওঁৰ আগত বুলুৰ বিয়া সম্বন্ধে আলোচনা কৰে ডাক্তৰে তেওঁৰ ইচ্ছা প্ৰকাশ কৰিবলৈ সুবিধা পালে। দুয়োজনৰ মাজত বহুত সমালোচনা হোৱাৰ পিচত ডাক্তৰে সুবিধালৈ কলে— "যদি আপোনালোকে ইচ্ছা কৰে আমাৰ গীতাকে বুলুলৈ দিম বুলি ভাবিছো।"

ডাক্তৰৰ কথাত উকিলে "হব বাৰু" বুলি সম্মত দিয়ে। কিন্তু উকিলণীয়ে "বাৰু লৰাটো পৰীক্ষাদি আহক। সি যদি ইচ্ছা কৰে তাত আমাৰ কোনো আপত্তি নাই। গীতা

আছিলেতো আমাৰ ঘৰ খনেই গুৱাই থাকিব বুলি।" কৈ ডাক্তৰক আশা দিয়ে।

----

(ম)

মণি ড্ৰাইভাৰৰ লগত উন্মাদ প্ৰেমত পৰাৰ পৰা গীতাৰ পঢ়াত অলপো মন নবহা হ'ল। কাৰণ উন্মাদ প্ৰেম আৰু পঢ়া-শুনা এই দুই বিষয়ত একেজন ভাৱবীয়াই সমানে ভাও দিয়াটো এক সম্পূৰ্ণ অসম্ভৱ কথা। তাই ৰাতিপুৱা গধূলী টেবুলত কিতাপ মেলিলৈ পঢ়িব ধৰে, কিন্তু পঢ়িব নোৱাৰে। তাইৰ চঞ্চল মনে কল্পনা ৰাজ্যত সোমাই ভাবিব ধৰে মণি ড্ৰাইভাৰৰ লগত হোৱা ঘটনাবিলাক। তাই ভাবে কেনেকৈ তাইক ইঙ্গিত ৰাতি যাৰ বজাত মণি আহি তাইৰ শোৱা কোঠাত সোমাই আৰু তাইৰ লগত প্ৰেমালাপ কৰে, কেনেকৈ প্ৰেমৰ জালত বৰ নোৱাৰি তাই তাক কাষত শুৱাই লৈ দুটা এটা চুমা দিয়ে আৰু চুমা দিয়াৰ পিচত............। আৰু পিচত তাইৰ বুকুৰ মাজৰ পৰা ওলাই "যাওঁ গীতা" বুলি সি বাহিৰ ওলাই আন্ধাৰত মিলি যায়। এইবিলাক কথা ভাবি তাই পঢ়াত মন দিব নোৱাৰে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ আই, এ, পৰীক্ষাৰ খবৰ বাহিৰ হৈছে। গীতাই তাইৰ নামটো উত্তীৰ্ণ হোৱা ছাত্ৰী বিলাকৰ

মাজত নাপালে। এই অকৃতকাৰ্য্যতাত তাই প্ৰথম কেদিন মানহে দুখ কৰিছিল। সিও মানুহক দেখুৱাই। মাক বাপেকেও তাইক কোনো খং নকৰিলে। কাৰণ তেওঁলোকৰ বিশ্বাস যে তাই সদায় নিয়মিত ৰূপে পঢ়ে আৰু পঢ়িয়েই ফেইল হৈছে। গতিকে তেওঁলোকে "ল'ৰা ছোৱালী পঢ়িলে ফেইল হয়ে তাত দুখ কিহৰ ?" বুলি তাইক শান্তনাহে দিয়ে। গীতাৰ প্ৰতি মাক বাপেকে এনে সহানুভূতি দেখুৱাৰ আন এটা কাৰণ হৈছে তেওঁলোকে তাইক একেজনী ছোৱালী বুলি বৰ মৰম কৰে আৰু ভাবিছে যে বুলু পৰীক্ষা দি আছিলেই তাইৰ বিয়াখন পাতিব। এনেহেন মৰমত ডাঙৰ দীঘল হোৱা ডাক্তৰ ডাক্তৰণীৰ আশাৰ ছোৱালী গীতাৰ চৰিত্ৰ সম্বন্ধে আৰু অলপ কথা নকৈ-নোৱাৰি। পাঠক সকলে অলপ ধৈৰ্য্য ধৰি শুনক।

মাণ ড্ৰাইভাৰৰ লগতে যে গীতাৰ প্ৰথম উন্মাদ প্ৰণয় ঘটে সেইটো নহয়। মণিৰ আগতে ইচমাইল নামেৰে এজন মুছলমান ডেকা সিহঁতৰ ঘৰত ড্ৰাইভাৰ আছিল। তাকো তাই ভালপোৱাৰ ইঙ্গিত দিছিল। এনেই ড্ৰাইভাৰ তাতে গীতাৰ আহ্বান। গতিকে ইচমাইলে সেই সুবিধা ভাল দৰেই ভোগ কৰিছিল। কিন্তু তাৰ লগত তাই বেচি-দিন প্ৰেমৰ খেলা কৰিব নোৱাৰিলে। কাৰণ সি বিশেষ কথাত তাৰ ঘৰলৈ যাব লগা হয় আৰু তাৰ ঠাই পূৰ্ণ কৰেহি দ্বিতীয় ড্ৰাইভাৰ মণিয়ে। এনে চৰিত্ৰৰ একোজনী ছোৱালীক বাপেক মাকেই সমাজত উচ্চ শ্ৰেণীৰ মানুহ বুলি গৌৰৱ

আৰু তেওঁলোকেই সৎ পথৰ পথিক সহজ সৰল ভাৱৰ তথাকথিত নিম্ন শ্ৰেণীৰ মানুহ বিলাকক অস্পৃশ্য বুলি ঘৃণা কৰে—জাতীয় একতাৰ কেৰোণ অস্পৃশ্যতাক আজিৰ স্বাধীন যুগতো জীয়াই ৰাখিবলৈ বিচাৰে।

এনে নীচ মনৰ তথাকথিত ভাতৰ মানুহৰ হোৱালী চঞ্চল গীতাৰ চৰিত্ৰৰ ইমানতে সামৰণি মাৰিলোঁ। এতিয়া আমি বিচাৰি যাওঁ বহুত দূৰতে এৰি অহা আমাৰ সৰল কৃষক জীয়ৰী সবিতাক।

— — — —

( দহ )

বুলু সবিতাহঁতৰ ঘৰৰ পৰা অহাৰ প্ৰায় তেৰ চৈধ্য দিন মানৰ পিচত। সবিতাই বুঢ়ী মাককলৈ নিৰুপায়ত পৰিছে। কাৰণ আজি তিনি চাৰি দিনে বুঢ়ীৰ সাংঘাতিক জ্বৰ আৰু কফ। বেমাৰে বৰকৈ পীড়া কৰিছে। সবিতাই উপায় নাপায় মাহীক খবৰ দি মতাই আনিছে। দুয়ো দিনে ৰাতিয়ে শুশ্ৰূষা কৰিছে। কিন্তু মাকৰ অৱস্থা ভাললৈ অহাৰ কোনো চিন দেখা নাই। ডাক্তৰী চিকিৎসাও কৰিব নোৱাৰে কাৰণ হাতত টকা পইচা নাই। ঘৰৰ গহণা পাতিকে বন্ধকত থৈ চহৰৰ মানুহৰ পৰা টকা আনিব তাৰো কোনো সুবিধা নাই। কাৰণ বানপানীত সকলো হেৰুৱাই হাত উদং হৈছে। গতিকে একো

উপায় নাপায় ভগবানকে চিন্তা কৰি যিমান পাৰে সিখান যত্নৰে চিকিৎসাকে কৰিছে।

সবিতাৰ মাকে নিজৰ অৱস্থাটোৰ পৰা বুজিছে যে তেওঁৰ জীৱনৰ অন্তিম কাল ওচৰ চাপি আহিছে। গতিকে তেওঁ ইচ্ছা কৰে বুলুক মতাই আনি এবাৰ চাই লব আৰু তাৰ লগত তেওঁৰ মৰমৰ আজলী সবিতাক নিজহাতে মিলাই দিব। ইয়াকে ভাবি তেওঁ সবিতাক মুখৰ ওচৰলৈ আনি ক্ষীণ মাতেৰে কয়—"মোৰ অন্তিম কাল আহি পাইছে। তই যেনে-তেনে বুলুক মতাই আন। মই তাক এবাৰ চাওঁ।" এই বুলি আৰু মাত মাতিব বল নাপালে।

মাকৰ কথাত সবিতাৰ দুচকুৰে শোকৰ চকুলো বাগৰি পৰিল। তাই কিবা কব খুজি কব নোৱাৰিলে। কাৰণ তাইৰ অন্তৰত শোকে খুন্দামাৰি ধৰে। কিন্তু অলপ সময়ৰ পিচত ধৈৰ্য্যৰ বলেৰে নিজক সংযত কৰি মাকৰ কাণৰ ওচৰলৈ মুখন নি "বুলুদা নিজে আহিব বুলি ক'লে।" তাই ভাবে তাই নিজে কেতিয়াও বুলুলৈ মাকৰ বেমাৰৰ কথা নজনাই। কাৰণ তাই জানে যে বুলুৰ পৰীক্ষা শেষ হবলৈ আৰু এদিন বাকী আছে। গতিকে তেনে অৱস্থাত তালৈ মাকৰ অসুখৰ বাতৰি পঠোৱাটো তাইৰ ভুল হব।

দুদিনৰ পিচত বুলুৰ পৰীক্ষা শেষ হৈছে। পৰীক্ষা শেষ হোৱাৰ দিনাই আবেলি সি সবিতাহঁতৰ ঘৰলৈ যায়। ঘৰ সোমাই সি আইতাকৰ দুৰৱস্থা দেখি আচম্বিত

হৈ উঠিল। সি "আইতাৰ কি হৈছে সবিতা" বুলি বুঢ়ীৰ পাৰ কাষতে বহি পৰে। সি দেখিলে যে বুঢ়ীৰ চকু মুদ খাই আছে, আৰু ঘন ঘনকৈ উশাহ লব ধৰিছে। সি অৱস্থাটো দেখি বৰ দুখ পালে। কিন্তু তাক প্ৰকাশ নকৰি সবিতাক মাথোন সুধিলে—"অসুখ হোৱা কিমান দিন হ'ল?"

'আজি ছয়দিন হৈছে।"

"ইমান দিনে মোলৈ খবৰ দিয়া নাছিলা কিয়?"

"বাইদেৱে সবিতাক কৈছিল। তাই বোধহয় পাহৰিলে।" মাহীয়ে কয়।

"পাহৰা নাই। আপোনাৰ পৰীক্ষা আছিল কাৰণেই কোনো খবৰ দিয়া নাছিলো।"

"বাৰু বুজিলো। যোৱা সোনকালে অলপ গৰম পানী কৰি আনা।" এই বুলি কৈ বুলুৱে বুঢ়ী আইতাকৰ মুখলৈ চায় "আইতা-আইতা" বুলি তিনি বাৰ মাতে। প্ৰথম দুবাৰত বুঢ়ীৰ অলপো সাৰি সকাতি নায়। তৃতীয় বাৰত অলপ জোৰে মতাত কিবা এটা যেন শব্দহে শুনিছে তেনে অনুমানত লাহেকৈ চকু দুটা মেলে। চকু দুটা মেলাত বুলুৱে পুনৰ "মই বুলু আইতা" বুলি চকুলৈ চাই ৰ'ল।

বুঢ়ীয়ে কিছুসময় একেথৰে নিমাতে তাৰ চকুলৈ চাই ৰ'ল। তাৰ পিচত তাক বুলু বুলি চিনি পায় ক্ষীণ মাতেৰে বৈ বৈ ক'লে—"বুলু আহিছ? মই তোকে ভাবি আছো। মোৰ এই শেষ অৱস্থা। সবিতাক তোক গতালো। তাইৰ বাতে ভবিষ্যত" এই বুলি কৈয়ে বুঢ়ীয়ে কাহি কাহি থক

লাগিল। বুলুৱে বুকুত হাত দি ধৰিলে আৰু মাহীয়েও চেঁচা পৰি কোচ খাই অহা ভৰি দুখন টানি ধৰিলে। কিন্তু, কি হব। সেই কাহেই বুঢ়ীৰ অন্তিম কালৰ সাহাৰ্য্য জনালে। কাচ শেষ হোৱাৰ লগে লগে বুঢ়ীৰ চকু চিৰদিনৰ কাৰণে মুদ খালে। বুলুৱে "আইতা" বুলি চিঞৰি উঠিল, মাহীয়ে "বাইদেউ" বুলি মুখৰ ওচৰতে মুখ থৈ কান্দিব ধৰিলে। এনেতে সবিতাও ভিতৰৰ পৰা লৰ মাৰি আহি "মাৰ কি হ'ল" বুলি গাৰ ওপৰতে বাগৰি পৰি ইনাই বিনাই কান্দি হুলস্থুল লগালে। গোটেই ঘৰ খনত কান্দোনৰ ৰোল উঠিল। গাৱঁৰ ওচৰৰ মানুহ বিলাক আহি ঘৰ ভৰি পৰিল।

সন্ধ্যাৰ লগে লগে গাৱঁৰ কেইজন মান মানুহৰ সহায়ত বুলুৱে মৃত দেহটো শ্মশানলৈ লৈ যায়। ৰাতি প্ৰায় দহ মান বজাত সি শ্মশানৰ পৰা ঘূৰি আহি সবিতাহঁতৰ ঘৰ সোমায়। সি ঘৰ সোমায় দেখে যে সবিতা আৰু মাহী তেতিয়াও কান্দি কান্দি ব্যাকুল। সি দুয়োকে বুজাই শান্তনা দি ৰাতিটো কোনোমতে কটালে।

পিচ দিনা ৰাতিপুৱা। বুলুৱে সবিতা আৰু মাহীক এৰি চহৰলৈ আহিব আৰু তাৰ পৰা গুৱাহাটীলৈ যাওনা হব বুলি ভাবিছে। যোৱাৰ আগতে সি দুখ কৰি মন মাৰি বহি থকা সবিতাৰ ওচৰতে বহি কয়—"সবিতা, দুখ নকৰিবা। মৃত্যুৰ পৰা সংসাৰত কোনো মানুহে হাত সাৰিব নোৱাৰে। জন্মিলে মানুহ মৰিবই লাগিব। মানুহৰ মৃত্যুত

দুখ কৰিব নালাগে। কাৰণ মৃত্যু মানুহৰ মুক্তি। মানুহ মৰিলে এই মায়াময় সংসাৰৰ দুখ-যাতনা, বিৰহ-বেদনা আদিৰ পৰা মুক্তি পায়। মৃত্যুৱে মৃতকক মাৰিব নোৱাৰে বৰং মৃত্যুকহে মাৰে। অৰ্থাৎ আমি তথাকথিত জীয়াই থকা মানুহ বিলাকেহে প্ৰকৃততে সংসাৰত মৰি আছো। আৰু মৃত্যুৱে আমাক এই মৃত অৱস্থাৰ পৰা মুক্তি দিয়ে। আমাৰ আত্মাক পৰামাত্মাৰ সান্নিধ্য লাভ কৰাৰ পথ মুকলি কৰি দিয়ে। গতিকে আইতাৰ মৃত্যু, মৃত্যু নহয়—ই তেওঁৰ মুক্তি। গতিকে তুমি মিছাতে দুখ নকৰিবা। মৰা মৰি গ'ল কিন্তু এতিয়া ভাবিব লগা হৈছে তোমাৰ কাৰণে। আইতাই তোমাৰ সহায় হৈ আছিল এতিয়া তাৰো অন্ত পৰিল। গতিকে মই অতি সোনকালে তোমাৰ ব্যৱস্থা কৰিবলৈ বাধ্য। মই আজি ৰাতিৰ ট্ৰেইনতে গুৱাহাটীলৈ যাম। ঘৰত মা আৰু দেউতাৰ আগত তোমাৰ আৰু মোৰ বিয়াৰ প্ৰস্তাৱ কৰি তোমাক লৈ যামহি। মই ঘূৰি নহা পৰ্য্যন্ত তুমি মাহীৰ লগতে থাকিবা।"

সবিতাই ইমান সময় আঁঠুত মূৰটো থৈ সজল নয়নে বুলুৰ আধ্যাত্মিক ভাবৰ কথাবিলাক শুনি আছিল। কিন্তু যেতিয়া সি "মই আজি ৰাতিৰ ট্ৰেইনতে গুৱাহাটীলৈ যাম" বুলি কোৱা শুনিলে তাইৰ মনটোত কিবা যেন এটা নিজৰ বস্তু হেৰুৱাব এনে ভাব হ'ল আৰু তাই লাহেকৈ মূৰটো তুলি সুধিলে—"আজি ৰাতিৰ ট্ৰেইনতে যাব।"

"এৰা আজি ৰাতিৰ ট্ৰেইনতে। ঘৰত বিয়াৰ সকলো সুবিধা কৰি মই তিনি চাৰি দিনৰ ভিতৰতে ঘুৰি আহি তোমাক আৰু মাহীক লৈ যাম।" এই বুলি কৈ সি ভিতৰৰ ফালে মুখ ঘুৰাই "মাহী" বুলি মাতিলে।

"কি হৈছে বাচা" বুলি মাহী ভিতৰৰ পৰা ওলাই আহিল। •

"মাহী মই এতিয়া চহৰলৈ যাওঁ। আজি ৰাতি ট্ৰেইনত আকৌ ঘৰলৈ বুলি ৰাওনা হ'ম।"

'ইমান লৰালৰি কিয়। দুই এদিনৰ পিচতো গলে নহয় জানো?

'মাহী' তুমি বুজা নাই। সবিতাৰ এতিয়া আগলৈ পিচলৈ কোনো নোহোৱা হ'ল। গতিকে সমাজৰ নীতি মতে সোনকালে তাইৰ দায়ীত্ব মোৰ হাতলৈ আনিবৰ কাৰণে ইমান লৰালৰি কৰিছোঁ। মই সবিতাক সকলো ভাৰ দিছোঁ। তুমি মাথোন মই নহালৈকে তেওঁক চকু দি ৰাখিবা। তেওঁৰ যাতে কোনো অমঙ্গল নহয় তাৰ কাৰণে চকু ৰাখিবা।"

'তাইৰ মঙ্গলৰ কাৰণেই সদায় চেষ্টা কৰি আহিছোঁ। তাইৰ কাৰণে তই চিন্তা নকৰিবি।" এই বুলি মাহী ভিতৰলৈ সোমাই যায়।

বুলুৱে বিষাদ মনে ৰহি থকা সবিতাক দুহাতেৰে তুলি ধৰি সম্মুখত ৰাখি কয়—

"সবিতা! মই এতিয়া যাওঁ। দুখচিন্তা অলপো নকৰিবা। মই তোমাৰ লগত মোৰ বিবাহৰ সকলো ঠিক কৰি অলপ দিনৰ ভিতৰত ঘূৰি আহিম।"

সবিতাই 'বুলুদা' বুলি তাৰ ডিঙিত সাবতি ধৰিলে। তাইৰ দুচকুৰে গিৰ্ গিৰ্কৈ চকু পানী বৈ গ'ল। কিয় কব নোৱাৰো। তাৰ অলপ পিচতে তাৰ বুকুৰ পৰা ওলাই চকু মোহাৰি ক'লে—

"আপুনি সোনকালে আহিব। মোৰ জীৱনটো যেন মিছাতে নাযায়।"

"নিশ্চয় আহিম। মই নিশ্চয় আহিম। তুমি কোনো ভুল নাভাবিবা।" এই বুলি সি সবিতাৰ মুখলৈ কিছুসময় এক দুখপূৰ্ণ চাৱনীৰে চায়। তাৰ পিছত সি মাহীৰ পৰা বিদায় লৈ বাহিৰলৈ ওলাই আহে। পিচতে সবিতাও আহি চোতাল পায়।

"আহিলো। অলপো চিন্তা নকৰিবা। মই নিশ্চয় ঘূৰি আহিম।" বুলি চহৰলৈ খোজ দিলে।

কিছুসময় বুলু যোৱাৰ ফালে চায় থাকি সবিতাই চকুলো মচি সোমাই গ'ল।

---

## ( এঘাৰ )

দুদিনৰ পিচত বুলু আহি গুৱাহাটী পালে। পুতেক মেডিকেল পৰীক্ষা দি অহাত উকিল আৰু ঘৈণীয়েকৰ মনত বৰ আনন্দ। ইয়াৰ উপৰি বিপিন ডাক্তৰৰ ছোৱালী গীতাৰ লগত তাৰ বিয়া পাতিব এই আশাই তেওঁলোকৰ মনত এক নতুন ধৰণৰ আনন্দ দিয়ে। ডিব্রুগড়ৰ পৰা বুলু আহিব বুলি আগ বতৰা পাই ডাক্তৰনীয়ে সি আহি পোৱাৰ দিনাই যাই তাৰ খবৰ লয়। বুলুৱে কিন্তু ডাক্তৰনীক চিনি নাপালে। গতিকে তেওঁ যোৱাৰ পিচতে সি মাকক সোধে—

“মা, সেইগৰাকী কোন মানুহ আহিছিল? আমাৰ গুৱাহাটীৰে নহয় জানো?”

বুলুৰ প্ৰশ্নত মাকে মিচিকি হাঁহি কয়—“কিয়, তই বিপিন ডাক্তৰৰ ঘৈণীয়েকক নিচিন জানো?”

“অ' তেখেতহে ঘৈণীয়েক। আগতকৈ আপটুডেটলৈ উঠিছে। সেয়েহে চিনিবলৈ অলপ টান পাইছো।” এই বুলি সি হাঁহে।

বুলুৱে ইহা দেখি মাকেও হাঁহিলে আৰু সেই হাঁহিৰ মাজতে ক'লে—“তেওঁৰ ছোৱালী গীতাকে তেওঁতাৰে তোৰ কাৰণে ঠিক কৰিছে। ডাক্তৰে বৰকৈ কৈছে। মইও বিশেষ বেয়া দেখা নাই। তই মত দিলে তেওঁতাৰে দুই চাৰি দিনৰ ভিতৰতে বিয়া খন পাতিম বুলি ভাবি আছে। তেওঁলোকখো একে মৰ্ত্ত।”

মাকৰ মুখৰ পৰা হঠাৎ এনেধৰণৰ কথা শুনাত বুলুৰ মূৰত বিনা মেঘে বজ্ৰপাত পৰা নিচিনা হ'ল। সি একো মাতিব নোৱাৰি কিং কৰ্ত্তব্য বিমূঢ় হৈ থিয়দি ৰল। কিন্তু সি ধৈৰ্য্য নেহেৰুৱালে। গীতাৰ প্ৰলোভনে তাক সৰল প্ৰকৃতিৰ আজলী কৃষক জীয়ৰী সৱিতাৰ কথা পাহৰাব নোৱাৰিলে। সি মাকৰ কাণে চায় ক'লে—

"তহঁতে মিছাই মোৰ বিবাহৰ মন্ত্ৰনা কৰিছ।"

"তাৰ মানে?"

"গীতা নালাগে আন কোনো চহৰীয়া ছোৱালীৰ লগত মোৰ বিয়া হব নোৱাৰে।"

"তেন্তে তই বিয়া নকৰাৱ? আজীৱন অবিবাহিত হৈ থাকিবি?"

"নহয়, মই নিশ্চয় বিয়া কৰিম। কিন্তু এই বিয়া হব একমাত্ৰ 'সৱিতা' নামৰ এজনী ছোৱালীৰ লগতহে।"

বুলুৰ কথাত মাকে কিবা সপোন দেখা যেন অনুমান কৰিলে। তেও আচৰিত হৈ সুধিলে—

"কোন সৱিতা? ক'ৰ ছোৱালী তাই?"

"মা, সৱিতাৰ ঠিকনা দিবলৈ হ'লে বহুত কথা। মুঠতে তাই ডিব্ৰুগড় চহৰৰ ওচৰৰে এখন পুনৰ স্থাপিত গাৱঁৰ বানপীড়িত কৃষক ছোৱালী বিলাকৰ ভিতৰৰে এজনী ছোৱালী।"

"গাৱঁলীয়া কৃষক ছোৱালী? তাইৰ লগত তোৰ বিয়া? তই সৰ্ব্বনাশ কৰিলি। বাপেৰৰ নাম লুকুৱাৰ মন কৰিলি।"

"মা, সৱিতাৰ নিচিনা এজনী গাৱঁৰ কৃষক জীয়ৰীক বিয়া কৰালে তোমালোকৰ সম্মানৰ কেতিয়াও লাঘৱ নহয়।

তেওঁৰ গাত বহুত সুলক্ষন আছে। তেওঁ আহিলে আমাৰ ঘৰ খনৰ নিশ্চয় উন্নতি হব। তুমি তেওঁতাক সবিতাৰ কথাকৈ গীতাৰ লগত বিয়া হোৱাটো বন্ধ কৰা। তেওঁতাক আৰু কবা যে সম্মত হলে মই দুই তিনিদিনৰ ভিতৰতে গৈ সবিতাক ডিব্ৰুগড়ৰ পৰা লৈ আহিম। আৰু যদি অসম্মত হয় তেতিয়াও মই সবিতাকেই বিয়া কৰিব বাধ্য।" এই বুলিকৈ বুলুৱে বিষাদ মনে তাঁৰ কোঠালৈ গৈ মুখে গায়ে কাপোৰ লৈ বিচনাত শুই পৰিল।

এনেতে উকিল আহি ঘৰ সোমায়। তেওঁ সোমায় বৈণীয়েকক ড্ৰইংৰুমৰ চিয়াৰ এখনতে বহি থকা দেখি অলপ আনন্দৰ ভাব দেখুৱাই সুধিলে—

"হয়নে আমাৰ ইয়ালৈ ডাক্তৰনী আহি গৈছে?"

"ডাক্তৰনী আহিলে আৰু হব কি। তেওঁলোকৰ লগত এতিয়া ডাঙৰ অবিশ্বাসৰ কথা হৈ পৰিব।"

"কি হ'ল হে? কি আকৌ ডাঙৰ অবিশ্বাসৰ কথাটো হব?"

"বুলুৱে বোলে গীতাহে নালাগে আন কোনো চহৰীয়া ছোৱালীকে বিয়া নকৰাই। কেৱল সবিতা নামৰ ছোৱালী এজনীকহে আনি বিয়া পাতিবলৈ অনুমতি দিব লাগে।"

"ক'ৰ সবিতা হে?"

"ক'ৰাৰ বোলেনে ডিব্ৰুগড়ৰ ওচৰৰ নতুন কৈ পতা গাওঁ এখনৰ এজনী কৃষকৰ ছোৱালী।"

"কৃষকৰ ছোৱালী? বাৰু বুলু ক'ত?" এই বুলি উকিলে বুলুৰ কোঠাটোৰ ফালে যাব ওলায়। এনেতে বৈণীয়েকে বাধা দি কয়—"সি শুইছে। তাক এতিয়া

গণ্ডগোল নকৰিব। ভাত খাই উঠিলে ওচৰলৈ মাতি আনি ভালদৰে বুজাই যি কয় ক'ব। এতিয়া মনে মনে থাকক।

উকিলে বৈণীয়েকৰ কথা মতে বুলুৰ শোৱা অৱস্থাত কোনো বাধা নিদিলে।

মাতি ভাত খাই হোৱাত উকিলে বুলুক ওচৰলৈ মাতিলে। বুলুৰ বুজিব বাকী নাথাকিল যে "ডেউতাকে তাক কি প্ৰশ্ন কৰিব খুঁজিছে। সি লাহেকৈ গৈ বাপেকৰ সন্মুখতে থিয় হৈ ৰ'ল। এনেতে মাকো আহি ওচৰত উপস্থিত হ'ল। তেতিয়া ডেউতাকে তাক সোধে —

"তই মাকৰ মুখৰ পৰাই বোধহয় শুনিচ যে তোৰ লগত গীতাৰ বিয়াৰ ঠিক হৈছে। মই ভাবিছো কেই দিন মানৰ পিচতে বিয়া খন পাতো। তই কি কৱ ?" ডেউতাকৰ কথাত বুলুৱে জানিছে যে তেওঁ তাৰ অনিশ্চাৰ কথা জানিও পুনৰ একেটা প্ৰশ্নকে কৰিছে। সি অলপ বিৰক্তি অনুভৱ কৰিলে। কিন্তু উত্তৰ দিবই লাগিব। গতিকে সি তাৰ অন্তৰৰ সৰল ভাব প্ৰকাশ কৰি ক'লে—

"গীতাৰ লগত বিয়া নহব বুলি মই আগতেই মাক কৈছোঁ। বোধহয় মাৰ মুখে শুনিছে।"

"সকলো শুনিছোঁ। তাৰ মানে তই সভ্যতাৰ পোহৰ নোপোৱা গাৱঁলীয়া কৃষকৰ ছোৱালী সবিতাৰ লগত বিয়া হোৱাটো ইচ্ছা কৰ ?"

"সি মোৰ ইচ্ছাই নহয়—মোৰ জীৱনৰ এক ডাঙৰ কৰ্ত্তব্য।"

"মিছাকথা ; সবিতাৰ লগত তোৰ কেতিয়াও বিয়া হব নোৱাৰে। এজনী হোজা কৃষকৰ ছোৱালী আনিব দি আমাৰ

সমাজৰ, আমাৰ বংশৰ আৰু আমাৰ নিজৰ সন্মান নষ্ট কৰিব নোৱাৰো।"

"দেউতা, কৃষকৰ ছোৱালী বুলি সবিতাক ঘৃণা কৰিছে আৰু তাইক বিয়া কৰিলে আপোনাৰ সমাজৰ, আপোনাৰ বংশৰ আৰু আপোনালোকৰ নিজৰ সন্মানৰ লাঘৱ হব। কিন্তু তাইৰ বাহিৰে আনৰ লগত মোৰ বিয়া সম্ভৱ নহয়। কৃষকৰ ছোৱালী হলেও তাই মানুহ। গাওঁত থাকিলেই যে সভ্যতাৰ পোহৰ নাপায় সি ভুলধাৰণা। বৰং গাওঁৰ সভ্যতা চহৰৰ কৃত্রিম সভ্যতাৰ তুলনাত বহুত গুণে নিভাজ আৰু সৰল। মই ভাবো আপোনালোকে যি ভুল ধাৰণাৰে কৃত্রিম সভ্যতাত সভ্য গীতাক আনি আপোনালোকৰ মৰ্যাদা অটুট ৰাখিব বিচাৰিছে সেই মৰ্য্যদা ৰক্ষা কৰাত সবিতাহে বেচি উপযুক্ত হব।"

"তই মোক বুজাব নালাগে। মই গীতাৰ চৰিত্রৰ সম্বন্ধে ভালদৰে জানো। তই তাইৰ নামত কলঙ্ক নাসানিবি।"

"গীতাক সন্দেহ নকৰিবি বাছা। তাইক দেখিলেই মৰম লাগে। তই সকলো কথা এৰি তাইক বিয়া কৰাবলৈ সন্মত হ। তেতিয়া দেউতাৰৰ কথাৰো মূল্য ৰব।"

"নহব—নহব মা। সবিতাৰ বাহিৰে আনৰ লগত মোৰ কেতিয়াও বিয়া হব নোৱাৰে।"

"বুলু, মোৰ আগত তোৰ এই পাগলামী শোভা নাপায়।"

"ই মোৰ পাগলামী নহয়, ই যে মোৰ কৰ্ত্তব্য, ভাগৰ কৰ্ত্তব্য। মোক আপুনি সবিতাক আনিব সন্মত দিয়ক।" এই বুলি সি বাপেকৰ ভৰিত পৰে।

তাৰ একুৰীয়া ধৰণৰ কথাত বাপেকৰ খং চুলিৰ আগ

পায়। তেওঁ খঙত "আঁতৰি যা পাগল" বুলি তাক ভৰিৰে লাঠি মাৰি দিয়ে।

উকিলনীয়ে তাক দুহাতেৰে তুলি ধৰে। তেতিয়া উকিলে ঘৈণীয়েকক ইঙ্গিত কৰি কয়—

"সি গীতাক বিয়া কৰাৰ বাধ্য হ'ব লাগিব। আৰু যদি নহয় সি মোৰ ঘৰৰ পৰা বাহিৰ হৈ যাব লাগিব।" এই বুলি তেওঁ বেগেৰে নিজৰ শোৱা কোঠালৈ সোমায় যায়।

বুলুয়ে খং আৰু বিষাদত মাকৰ হাতৰ পৰা আচাৰ মাৰি আঁতৰি গৈ তাৰ কোঠাত সোমাল।

উকিলনীয়ে কিংকৰ্ত্তব্য বিমূঢ় হৈ গিৰীয়েকৰ ওচৰলৈ যায়। তেওঁ ওচৰ পোৱাত উকিলে বিৰক্তিৰ সুৰত কয়—

"শুনিছা তোমাৰ পুত্ৰৰ মইমতলীয়া কথা। ক'ৰ এজনী গাৱঁলীয়া ছোৱালীৰ প্ৰেমত বলীয়া হৈ কেৱল তাইকহে লাগে।"

"সি কেতিয়াও বলীয়া নহয়। যদি সি ছোৱালী জনীৰ লগত বলীয়া হ'ল হেতেন তাইক আগতেই লগত লৈ আহিলেহেঁতেন। কিন্তু সিতো সেইটো কৰা নাই। সি আমাৰ অনুমতি বিচাৰি আহিছে। ইয়াৰ নিশ্চয় কোনো কাৰণ আছে। তাৰোপৰি যি গীতাৰ ৰূপত চকুৰ দেকা বলীয়া হয় তাইৰ নামত তাৰ ভাবৰ অলপো সলচৰ নহয়। তাৰ আনো কোনো অৰ্থ নাথাকিব পাৰে?"

"মই একো কথা বুজিব নোখোজো। মই ডাক্তৰক কথা দিছো সি এতিয়া গীতাক বিয়া কৰিব লাগে। আৰু যদি নকৰে মই কোৱামতে সি মোৰ ঘৰৰ পৰা বাহিৰ হ'ব

লাগিব। মই কালি সেই কৃষকৰ ছোৱালী সবিতাক এখন টেলিগ্ৰাম কৰি জনাম যে বুলুৰ গীতাৰ লগত বিয়াৰ সম্পূৰ্ণ ঠিক হৈছে। তাই যেন তাক পাহৰি যায়।" এই বুলি উকিলে বিচনাত উঠে :

উকিলনীয়ে চকুপানী টুকি নিজৰ বিচনাত শুই পৰেগৈ।

( বাৰ )

পিচদিনাৰ কথা। ৰাতিপুৱা সাত মান বজাতে বুলু ঘৰৰ পৰা ওলাইছে। সি জানিছে যে তাৰ আপোন শত্ৰু মাক বাপেকে কেতিয়াও তাৰ ইচ্ছাত সহানুভূতি নেদেখুৱাই, সবিতাক বিয়া কৰাব সন্মত নিদিয়ে। এনে সহানুভূতি হীন মাক বাপেকৰ ওচৰৰ পৰা আঁতৰি আহি দীঘলী পুখুৰীৰ পাৰৰ বেঞ্চ এখনতে সি বিষাদ মনে বহেহি। সি বহি বহি ভাবিব ধৰিছে কেনেকৈ "মই বিয়াৰ সকলো ঠিক কৰি দুই তিনি দিনৰ ভিতৰতে তোমাক লৈ যাম হি" বুলি আশাদি অহা তাৰ একনিষ্ঠা প্ৰেমিকা সবিতাৰ ওচৰ পাব, কেনেকৈ তাইক আনি বিয়া পাতিব আৰু তাইৰ নিৰাশ্ৰয় আৰু নিঃসহায় জীৱনত সহায় হব। সি ভাবে সবিতাৰ মাকে অন্তিম কালত কোৱা কথা ষাঁকি—"সবিতাক তোক গতালো, তাইৰ যাতে ভবিষ্যৎ—" ইত্যাদি।

দহমান বজাত উকিলো কাছাৰিলৈ গ'ল। ঘৰখনত

মানুহ বুলিবলৈ আছে একমাত্ৰ বুলুৰ মাক। তেওঁ ভাত পানী সজাই বুলু আহিব বুলি বাটচায় আছে। কিন্তু বুলু অহাৰ আগতে সিহঁতৰ ওচৰৰে ঘৰৰ ভাদৈ বুঢ়ীয়ে "অ' বুলুৰ মা" বুলি সোমায় আছে। উকিলনীৰ মাতটো বুজিবলৈ বেচি সময় নালাগিল। তেওঁ ওলাই আহিল আৰু "আহো আহক" বুলি আগবঢ়াই মাতি নি বহিব দিলে। বুঢ়ীয়ে বহাৰ লগে লগে কয়—

"ৰাতি এইখন কিহৰ গণ্ডগোল হৈছিল? ল'ৰাটো আহি পোৱাৰ দিনাই নো কি লাগিল?"

"গণ্ডগোল আন একো নহয়। আপুনিতো জানেই ডেউতাকে গীতাক বুলুলৈ ঠিক কৰিছে। তাকে তাক কালি ৰাতি কোৱাত সি তাইক বিয়া কৰিবলৈ অসন্মত হৈছে। তাতে ডেউতাকৰ খং উঠি তাক অলপ ধমকনি দিছিল।"

"গীতাক বিয়া নকৰাই নাই তাতে কি হ'ল? তাক সুধি আন এজনী ছোৱালীকে ঠিক কৰি বিয়াখন পাতিলেইতো হ'ল। ল'ৰা ছোৱালীৰ অনিচ্ছাত বিয়া পাতি দি সিহঁতৰ জীৱনৰ অমঙ্গল সাধন কৰি কি লাভ আছে।"

"সি চহৰৰ কোনো ছোৱালীকে বিয়া নকৰাই। তাক কেৱল ডিব্ৰুগড় চহৰৰ সিকাষৰ গাওঁ এখনৰ সবিতা নামৰ এজনী কৃষকৰ ছোৱালীকহে লাগে।"

"কোনো বেয়া কথা নহয়। সেই কৃষকৰ ছোৱালী সবিতাকে যদি সি মনেৰে ভাল পাইছে তাইৰ লগতে তাৰ বিয়াৰ ঠিক কৰা। সি যি ছোৱালী তাৰ উপযুক্ত বুলি ভাবিছে তাত তোমালোকে মিছাই বাধা নিদিবা। তাৰ ইচ্ছাৰ বিপৰিতে গ'লে কেতিয়াও ভাল ফল নাপাবা।"

"মইতো ইচ্ছা কৰোৱে। কিন্তু ডেউতাকে যে ছোৱালী জনীৰ নামকে শুনিব নোৱাৰে। গাঁৱলীয়া কৃষকৰ ছোৱালী বুলিয়ে তেওঁৰ খং।"

"সেইটো উকিলৰ ডাঙৰ ভুল। গাঁৱলীয়া ছোৱালী, কৃষকৰ ছোৱালী, দুখীয়াৰ ছোৱালী ইত্যাদিৰ ওপৰত নিৰ্ভৰ কৰি ছোৱালী ভাল বেয়া বিচাৰ কৰাটো বৰ ডাঙৰ ভুল। বোকাত হে তেওঁ পদুম ফুলে, বুজিচা? আজি কুড়িশতিকাৰ যুগত গাঁৱৰ ছোৱালী নাৰীসমাজৰ আদৰ্শ স্বৰূপ। উকিলক বুজাই বুলুৰ ইচ্ছা মতে কাম কৰা। নহলে কেতিয়াও সুখ নহব।" এই বুলি কৈ বহাৰ পৰা উঠি "মই এতিয়া আহিলো" বুলি বুঢ়ী যায়গৈ।

বুঢ়ী যোৱাৰ অলপ পিচতে বুলুৱে কিবা ভাবি অহাৰ দৰে আহি ঘৰ সোমায়। সি সোমোৱাৰ লগে লগে মাকে মৰমৰ মাতেৰে সোধে—

"সেই পুৱাতে ওলাই গৈ ইমান সময়লৈ ক'ত আছিলি? চাহ ভাত খাব পাহৰি গ'লি।"

সি কিন্তু একো নামাতিলে। সি পোনেই গৈ তাৰ কোঠাত সোমাল। মাকো তাৰ পিচতে গৈ সি বহা বিচনা খনৰ ওপৰতে বহি কয়—

"তই মিছাতে মোক কিয় খং কৰিছ? ডেউতাৰে সন্মত নিদিলে মই কি কৰিম?" মাকৰ কথাত বুলুৰ মনৰ ভাবৰ অলপ পৰিবৰ্ত্তন হ'ল। সি তাৰ খং ভাবটো তল পেলাই মাকেকৈ কয়—

"মই কাৰো ওপৰত খং কৰা নাই। মোৰ জীৱনত যি ঘটিছে সকলো মোৰ অদৃষ্টৰ লিখন, আৰু মই ভাবিছো

সবিতাৰ লগত মোৰ বিবাহো এক অদৃষ্টৰে লিখন। তোমালোকে কিছুমান ভুল ধাৰণাৰ বশৱৈ মোৰ কথাত অসন্মত হলেও মই সবিতাক বিয়া কৰিম বুলি কথা দি আহিছো। তাইক মই নিশ্চয় বিয়া কৰিম।"

"কিন্তু ডেউতাৰে যে ডাক্তৰক গীতাক তোৰৈ বিয়া কৰিব বুলি কথা দিছে তাৰ কাৰণেতো অলপ ভাবিব লাগে ?"

"ডেউতাই গীতাক মোৰ লৈ বিয়া কৰাব বুলি ডাক্তৰক যি কথা দিছে আৰু মই সবিতাক বিয়া কৰিম বুলি যি কথা দিছো তাৰ মাজত স্বৰ্গ মৰ্ত্ত্য পাৰ্থক্য আছে। যদি মই গীতাক বিয়া নকৰো ডেউতাৰ কথা নৰব। কিন্তু তাত গীতাৰ কোনো হানি নহয়। তাইক মাক বাপেকে আন এজন লৰা চাই টকা পইচাদি বিয়া দিব পাৰিব। কিন্তু সবিতাক যদি মই বিয়া নকৰো মই তাইৰ আজীৱন দুখৰ কাৰণ হ'ম, তাই জগতত দ্বিতীয় কোনো ল'ৰাক বিয়া নকৰিব। এনে অৱস্থাত সবিতাক এৰি গীতাক বিয়া কৰাটো সম্পূৰ্ণ অসম্ভৱ।" এই বুলি কৈ সি দুহাতেৰে দুচকুৰ চকুলো মচে।

বুলুৰ অৱস্থাটো অনুভৱ কৰি মাকৰো কোমল অন্তৰত আঘাট লাগিল আৰু দুচকুৰে সহানুভূতিৰ চকুলো বাগৰি পৰিল। বুলুৱে কেৱল একেটা কথাতে লাগি থকা দেখি তেওঁ "কিন্তু—" বুলি কিবা ক'ব খুজিছিল। কিন্তু কব নোৱাৰিলে।

"কিন্তু কি মা ?" বুলুৱে আচৰিতহৈ সোধে। মাকে ভয় আৰু দুখত কও নকও কৰিছে। এনেতে

বুলুৱে আকৌ যেতিয়া "কোৱা মা, কি কৰ খুজিচা কৈ দিয়া" বুলি অনুৰোধৰ সুৰত ক'লে তেতিয়া তেওঁ কবলৈ বাধ্য হ'ল। তেওঁ দুখেৰে কয়—

"ডেউতাৰে যে তোৰ বিয়া আগতেই ঠিক হৈছে বুলি আজি সবিতালৈ টেলিগ্ৰাম কৰিম বুলি কৈ গৈছে।" মাকৰ কথা শেষ হও নহওতেই বুলুৱে "সবিতা" বুলি বিচনাত ঢাচ খাই বাগৰি পৰিল। মাকে তাক বহুত বুজালে, ভাত খাবলৈ জয়দেৱ কাকুটি কৰিলে। কিন্তু সি মুৰকে নাডাঙিলে।

এই দৰে বিচনাত পৰি থাকোতেই ৰাতি হয়। সি লাহেকৈ উঠি এখন চিঠি লিখি মজীয়াতে পেলাই থৈ মাকৰ আৰে আৰে ঘৰৰ পৰা বাহিৰ ওলাই। সি ঘৰৰ পৰা ওলায়ে ষ্টেশ্যনলৈ বুলি বেগ দিয়ে।

## ( তেৰ )

বুলু ট্ৰেইনত উঠি ডিব্ৰুগড় বুলি যাওনা হৈছে সবিতাৰ কাৰণে। সবিতাৰ চিন্তাই ট্ৰেইনত তাৰ একমাত্ৰ বন্ধু হৈছে। ডিব্ৰুগড় ষ্টেশ্যনত নামিয়ে সবিতাহঁতৰ ঘৰলৈ খোজ দিব, সবিতাহঁতৰ ঘৰ পায় "সবিতা" বুলি সোমায় যাব, সবিতাই "বুলুদা" বুলি ওলাই আহিব, সি তাইক তাৰ বাপেকে দিয়া মিছা টেলিগ্ৰাম খনৰ কথা বুজাই কব, গাঁৱৰ কৃষক সকলৰ

সহায়ত তেওঁলোকৰ বিধি বিধান মতে তাইক সি বিয়াকৰিব, ইত্যাদি বহুত কথাই সি ভাবি যায়।

ইফালে উকিলনীয়ে বুলু আহিব আহিব বুলি ভাবি বৈ থাকোতে ৰাতিৰ দহটা বাজিল। তেতিয়াও সি ঘৰলৈ ঘূৰি নহাত তেওঁৰ মনত কিবা এটা সন্দেহ হ'ল আৰু গিৰীয়েকৰ ওচৰলৈ গৈ ক'লে—"বুলু ইমান সময়ে ঘৰলৈ অহা নাই দেখোন?"

উকিল—"কিয় তাৰ কমত নাই জানো? লাইট দেখোন জলি আছে। দৰ্জ্জাখন খুলি নোচোৱাগৈ কিয়।"

উকিলনীয়ে যদিও কমত বুলু নাই বুলি জানিছিল তথাপি গিৰীয়েকৰ কথা মতে গৈ দৰ্জ্জাখন ভিতৰলৈ হেচামাৰিদি খুলিলে। কিন্তু ভিতৰত বুলু নাই। তেওঁ মজীয়াতে দেখিলে এখন কাগজ লাইটৰ পোতৰত জিলিকি আছে। তেওঁ সন্দেহ মনেৰে কাগজ খন তুলিলৈ খুলি পঢ়িলে আৰু পঢ়ি উঠি "মোৰ বাছা বুলু" বুলি চিঞৰ মাৰি মাটিত বাগৰি পৰিল আৰু মূৰ্চ্চা গ'ল।

ঘৈণীয়েকৰ মাতটো উকিলৰ কাণত আচৰিত ধৰণে বাজিল। তেওঁ তৎক্ষণাত বহাৰ পৰা উঠি কমটোলৈ গ'ল আৰু দেখিলে তাত বুলু নাই কিন্তু ঘৈণীয়েক অচেতন হৈ পৰি আছে আৰু চুচকুৰে গিৰ গিৰ কৈ চকুপানী বাগৰি পৰিছে। তেওঁ কি হ'ল কি নহ'ল একো বুজিব নোৱাৰি ঘৈণীয়েকক তুলি দিবলৈ গাত ধৰিছে এনেতে তেওঁৰ হাতত থকা কাগজ খন চকুত পৰিল। তেওঁ ঘৈনীয়েকক তুলিব এৰি প্ৰথমে কাগজ খন লৈ তাত কি লিখা আছে পঢ়িব ধৰিলে—

ডেউতা,

ভাবিছিলোঁ মোৰ ইচ্ছাত আপোনালোকে বিৰোধিতা নকৰিব। কিন্তু বাস্তৱত তাৰ বিপৰীত ফল ধৰিল। আপোনালোকে মোৰ কৰ্ত্তব্য জড়িত উদ্দেশ্যৰ বিৰুদ্ধে ষড়যন্ত্ৰ চলাইছে, মোক মোৰ কৰ্ত্তব্যৰ পৰা পিচলাবলৈ চেষ্টা কৰিছে। কিন্তু কৰ্ত্তব্যৰ আহ্বানত আজি মই ঘৰৰ পৰা বাহিৰ হব বাধ্যহলো এক মাত্ৰ সবিতাৰ কাৰণে। কিন্তু আপোনা-লোকৰ মিছা চলনাত যদি সবিতাক কেনেবাকৈ হেকমাৰ লগা হয় ধুলুক আৰু ঘূৰাই নাপাব, এই বাহিৰ হোৱাই মোৰ শেষ বিদায় হব। ইতি--

—বুলু—

চিঠি খন পঢ়ি তেওঁ আচৰিত হৈ উঠিল, ঘৈণীয়েকৰ দুখৰ কাৰণ তেওঁ বুজি পালে। বুলুৰ কাৰণে তেওঁৰো অন্তৰত দুখ লাগিল। তেওঁ কেতিয়াও নাভাবিছিল যে বুলুৱে সবিতাৰ কাৰণে তেওঁলোকৰ মৰম আৰু ঘৰ বাৰীৰ মমতা এৰি ইমান সোনকালে আঁতৰি যাব।

এই দৰে হাতত চিঠি খনলৈ উকিলে ভাবি থাকোতে উকিলনীয়ে অলপ জ্ঞান পায়। তেওঁ তেতিয়া কান্দি কান্দি গিৰীয়েকক খং কৰি কয়—"আপোনাৰ পৰাই সকলো হৈছে। তাৰ ইচ্ছামতে কাম কৰিব দিয়া হ'লে কিয় আজি সি ঘৰৰ পৰা ওলাই যাব পায়।" এই বুলি তেওঁ আৰু বেচিকৈ কান্দিব ধৰে।

ঘৈণীয়েকৰ দুখত অধৈৰ্য্য হোৱা অৱস্থাটো দেখি উকিলৰ দুখৰ মাত্ৰা বাঢি গ'ল। আগ দিনা যি বুলু তেওঁৰ খং আৰু বিৰক্তিৰ কাৰণ আছিল সেই বুলুৰ প্ৰতি

তেওঁৰ দুখ আৰু শোক ওপচিল। বুলুৰ কথা ভাবি তেওঁ চকু পানী পেলাব ধৰিলে।

এইদৰে উকিল আৰু উকিলনীয়ে দুখ আৰু বিষাদ মনে বহি আছে এনেতে বাহিৰত মটৰৰ হৰ্ণৰ মাত শুনিলে। উকিলে কোন আহিছে চাবলৈ বুলি বহাৰ পৰা উঠি দুখ মনে বাৰান্দাত থিয় দিছে এনেতে মটৰৰ ভিতৰৰ পৰা এজন ওখ শকট মানুহ নামি আহে। তেওঁ আহি উকিলৰ লগত অলপ সময় কিবা কথা পাতি আকৌ মটৰত উঠি গুছি যায়।

মানুহ জনৰ কথাত উকিলে কিবা এক সপোন দেখা যেন অনুভব কৰিলে। তেওঁৰ মুখৰ বৰণ আগতকৈ বহুত ক'লা পৰি যায়। তেওঁৰ অন্তৰৰ দুখৰ মাত্ৰা আৰু বাঢ়ি যায়। কাৰণ মানুহ জনে যি এটা ঘটনাৰ বাতৰি দি গ'ল তাক উকিলৰ নিচিনা আত্ম অভিমানী তথাকথিত ভাঙৰ মানুহ বিলাকে কেতিয়াও হব নোৱাৰে বুলি দৃঢ বিশ্বাস কৰে। কিন্তু এনে এটা কেতিয়াও হব নোৱাৰে বুলি ভবা আৰু ডাঙৰ মানুহ বিলাকৰ সমাজ, বংশ, নিজৰ মান মৰ্য্যদা আৰু গৌৰবত আঘাট কৰা এটা ঘটনাৰ বাতৰি দিয়াজ, আৰু তাৰ লগত সৰিভাৰ সৈতে বুলুৰ বিবাহ প্ৰস্তাবৰ সম্বন্ধ থকাত উকিলে নিজকে নিজে বৰ লাজ অনুভৱ কৰে। তেওঁ বুলুৰ প্ৰতি কৰা ভুলৰ কাৰণে অনুশোচনা কৰে। মানুহ জন যোৱাত তেওঁ ঘটনাটোৰ কথা ভাবি ভাবি এখোজ দুখোজকৈ গৈ ঘৈণীয়েকৰ ওচৰ পায়। তেতিয়া ঘৈণীয়েকে মুখটো ডাঙী লাহেকৈ "কোন আহিছিল ?" বুলি সোধে। কাৰণ তেওঁৰ আশা

কিযানি কোনোবা ম'নুহে মাহি বুলুৰ বিষয়ে কিবা খবৰ দি গ'ল।

"মোৰ বন্ধু এজন আহিছিল।"

"কিয় আহিছিল? বুলুৰ বিষয়ে কিবা কৈছে নেকি?"

"বুলুৰ বিষয়ে নহয়, আমাৰ ভুলৰ বিষয়েহে।"

"কি আমাৰ ভুল?"

"আমি ভাবিছিলোঁ ডাক্তৰৰ ছোৱালী গীতা এজনী ভাল ছোৱালী। কিন্তু তাই আজি আমাৰ সমাজৰ কলঙ্ক আনিলে। তই বোলে আজি সাত মান বজাত সিংহৰ মনিড্ৰাইভাৰৰ লগত পলাই গৈছে।"

"সঁচানে?" উকিলনীয়ে আচৰিত হৈ সোধে।

"সঁচা মিছা তাই লিখিথৈ যোৱা চিঠি খনেই প্ৰমান দিছে। তাই তাত লিখিছে যে বহুত দিনৰ পৰাই মনিক তাই ভাল পাইছিল আৰু আমাৰ বুলুৰ লগত তাইৰ বিয়াৰ কথা শুনি তায়েহেনো তাক উচতাই পলাই গৈছে।"

কথা শুনি উকিলনীয়ে আকৌ চিঞৰি চিঞৰি কান্দিব ধৰিলে। কাৰণ তেওঁ জানিলে যে এনে এজনী চৰিত্ৰহীনা ছোৱালীৰ লগতে বুলুৰ বিয়াৰ প্ৰস্তাব কৰি তাক হেৰুৱাইছে। ঘৈণীয়েকৰ কান্দোনত উকিলে অধৈৰ্য্য হৈ ক'লে—

"নাকান্দিবা। যি হৈছে আমাৰ অদৃষ্টৰেই ফল। মই কালি পুৱাৰ গাড়ীতে বুলুক বিচাৰি ডিব্ৰুগড়লৈ যাম। সবিতাৰ' সৈতে তাক ঘূৰাই আনিম আৰু তাইৰ লগতে তাৰ বিয়া পাতি দিম।"

উকিলনী অলপ শান্ত পৰিল।

( চিঠি )

পিচদিনা। আগৰ খন ট্ৰেইনত সবিতাক পোৱাৰ আশাত বুলু আৰু পিচৰখন ট্ৰেইনত বুলুক লগ পোৱাৰ আশাত তাৰ বাপেক মোহন উকিল। দুয়োখন ট্ৰেইন চলি-গৈছে ডিব্ৰুগড় ষ্টেশনটোলৈ।

ইফালে ঠিক সেইদিনাই সবিতাই বুলু যাব, তাইক সি গুৱাহাটীলৈ আনিব, তাৰ লগত তাইৰ বিয়া হব, তাই এখন নতুন সংসাৰৰ মুখ দেখিব, তাই বুলুৰ সেৱাতে জীৱনটো কটাব, ইত্যাদি কথা ভাবি আশাৰ সপোন ৰচি থাকোতেই উকিলে পঠোৱা টেলিগ্ৰাম খন পায়। তাই টেলিগ্ৰাম খন পাই কিযানি বুলুৰ পৰাই কিবা সুখৰ বাতৰি গৈছে এই ভাবি আনন্দতে খৰ খৰকৈ খোলে। দীঘল টেলিগ্ৰাম খন। তাই পঢ়ি যায়—

সবিতা,

আজি এবছৰৰ আগতে আমাৰ গুৱাহাটীৰে গীতা নামৰ ছোৱালী এজনীৰ লগত বুলুৰ বিয়া ঠিক হৈ আছে। তাইৰ লগতে দুদিনৰ পিচত তাৰ বিয়া হব। সি যদি তোক ভাল পাইছিল আৰু বিয়া কৰাও বুলি কৈছিল সি এক ভুৱা মাথোন। তই তাৰ কাৰণে আৰু আশা নকৰিবি। মাটিৰ মানুহে আকাশৰ চন্দ্ৰলৈ হাত মেলিলে যানো চন্দ্ৰ ধৰিব পাৰে? ইতি

মোহন উকিল
( বুলুৰ দেউতাক )

পাঠক, টেলিগ্ৰাম খন পঢ়ি আমাৰ একনিষ্ঠা প্ৰেমিকা সৰল কৃষক জীয়ৰী সবিতাৰ মনত কেনে আঘাট লাগিল তাক আমাৰ কলমে লিখিব নোৱাৰে। আমি তাক ভাবিবও নোৱাৰো। মাথোন এই খিনিকে কব পাৰো যে টেলিগ্ৰামখন পঢ়াৰ লগে লগে তাইৰ মুখৰ বৰণ পৰিবৰ্ত্তন হৈ যায় আৰু শেষত ক'ত আছে কি কৰিছে একো কব নোৱাৰি 'বুলুদা' বুলি আঠুৰ ওপৰত মূৰটো পেলাই কান্দিব ধৰে। তাই বহুত সময় তাইৰ কি হৈছে একো অনুভৱ কৰিব নোৱাৰিছিল। কিন্তু কিছু-সময়ৰ পিচত তাইৰ আগৰ চেতনা ঘূৰি অহাত তাই ভাবিব ধৰে —

বুলুৱে কেতিয়াও তাইক ভুৱা দিয়া নাই। সি যে তাইক হৃদয়ৰ পৰা ভাল পাইছিল তাক তাই অবিশ্বাস কৰিব নোৱাৰে। তাই ভাবে বুলুৱে তাইক এৰি কেতিয়াও আন ছোৱালী বিয়া নকৰে, সি তাইক কেতিয়াও নাপাহৰে, সি ঘূৰি যাব ইত্যাদি। পিচমুহূৰ্ত্তে তাইৰ ভাবৰ এক দাৰুণ পৰিবৰ্ত্তন হ'ল। তাই ভাবে উকিলৰ মনত তাই মাটিৰ মানুহ গতিকে আকাশৰ চন্দ্ৰক তাই কেতিয়াও ধৰিব নোৱাৰে। বুলুৱে তাইক ভাল পায়, তাইক সি বিয়া কৰিব। কিন্তু তাৰ মাক বাপেকে তাক নিশ্চয় বাধা দিব। তেতিয়াই বুলুৰ লগত মাক বাপেকৰ বিবাদ লাগিব আৰু সেই বিবাদেই হয়তো বুলুৰ অমঙ্গল ঘটাব, তাৰ ভবিষ্যৎ জীৱনত অশান্তিৰ সৃষ্টি কৰিব। কিন্তু তাই ভাবে তাই কেতিয়াও বুলুৰ অমঙ্গল হব নিদিয়ে—বুলুৰ ভবিষ্যৎ জীৱনত অশান্তি হোৱাটো তাই ইচ্ছা নকৰে। তাই আৰু ভাবে তাই যদি জীয়াই থাকে পিতৃ-মাতৃৰ লগত বিবাদ ঘটি বুলুৰ নিশ্চয় আজীৱন

অশান্তি হব আৰু যদি তাই মৰি যায় মাক বাপেকৰ ইচ্ছা মতে সি গীতাক বিয়া কৰি তেওঁলোকৰ লগত সুখেৰে জীৱন যাপন কৰিব পাৰিব। এই ভাবি তাই বুলুৰ সুখৰ কাৰণে নিজে মৰাটোকে স্থিৰ কৰি এখন চিঠি লিখিলে—

বুলুদা,

আপুনি মোক যে ভাল পায় তাত মোৰ অলপো সন্দেহ নাই। আৰু আপুনি যে মোৰ ভবিষ্যৎ জীৱনৰ সুখ কামনা কৰে তাতো মোৰ অলপো সন্দেহ নাই। কিন্তু মোৰ জীৱনৰ সুখৰ কাৰণে আপোনাৰ আৰু আপোনাৰ মাক দেউতাকৰ মাজত বিবাদৰ সৃষ্টি কৰি আপোনাৰ জীৱনটো অশান্তি পূৰ্ণ কৰি তুলিব মই ইচ্ছা নকৰোঁ। ভাবিছিলোঁ আপোনাৰ সেৱীকা হোৱাৰ পিচত মোৰ জীৱনত যদি কোনো অশান্তি হয় তাক সুখৰ কাৰণ বুলি শান্তি লভিম। কিন্তু মিলনৰ আগতে যেতিয়া মোকলৈ আপোনাৰ জীৱনৰ অশান্তি হব বুলি জানিলোঁ। মই আত্মহত্যা কৰি আপোনাৰ শান্তি কামনা কৰাৰ বাহিৰে আন উপায় বিচাৰি নাপালোঁ। আপুনি মাক দেউতাকৰ কথা মতে গীতাক বিয়া কৰাই সুখী হওক। মই চিৰদিনৰ কাৰণে বিদায় লৈ লুইতৰ পাৰলৈ আহিলোঁ। ইতি

আপোনাৰ

অভাগিনী

সবিতা।

অলপ ধৈৰ্য্য ধৰি এই চিঠি খন লিখি টেলিগ্ৰাম খনৰে একেলগে চাণ্ড খনৰ ওপৰতে থৈ তাই পাগলীৰ দৰে লুইতৰ পাৰলৈ লৰ দিয়ে। তেতিয়া সময় সন্ধ্যা প্ৰায় পাঁচ বাজিছে।

সবিতাই টেলিগ্ৰাম খন পোৱাৰ কিছুসময়ৰ আগতে মাহী নিজৰ ঘৰলৈ গৈছিল। সবিতাই মাহী ঘূৰি অহাৰ অ'গতেই চিঠি লিখি থৈ লুইতৰ পাৰ পায়গৈ।

সবিতা বাহিৰ হৈ যোৱাৰ অলপ সময়ৰ পিচতে মাহী আহি ঘৰ সোমায়। কিন্তু ঘৰত সবিতাক নেদেখি "সবিতা, অ' সবিতা" বুলি মাতে। কিন্তু তাৰ উত্তৰত 'মাহী' বুলি মাতিবলৈ যে সবিতা আৰু নাই এই কথা কিন্তু মাহীয়ে অলপো অনুভৱ কৰিব নোৱাৰিলে। তেওঁ সবিতাৰ পৰা উত্তৰ ন'পায় ভাবিলে তাই বোধহয় ওচৰৰ কোনোবা ছোৱালীৰ ঘৰলৈ গৈছে আৰু অলপ পিচত ঘৰ পাবগৈ। এই বুলি ভাবি তেওঁ অলপ সময় আছে এনেতে "সবিতা" বুলি বুলু ভিতৰলৈ সোমায় যায়। কিন্তু সবিতাৰ পৰা শুৱলা মাতৰ 'বুলদা' উত্তৰটো নাপায় সি ভাবে সবিতাই তাৰ ওপৰত হয়তো অভিমান কৰিয়েই নমতাকৈ আছে। দ্বিতীয় বাৰ সি 'মাহী' বুলি মাত দিয়ে আৰু মাহী ভিতৰৰ পৰা ওলাই আহি তাক দেখি কয়—

"তই আহিলি? ভালেই হ'ল: সবিতাই তোৰ কথাকে ভাবি অস্থিৰ হৈ আছে।"

"সবিতা ক'ত মাহী?"

"তাই বোধহয় কোনোবা ছোৱালীৰ ঘৰলৈ ওলাই গৈছে। মই কিছুসময়ৰ আগতে ঘৰলৈ গৈছিলোঁ। আহি তাইক ঘৰত পোৱা নাই। আহিব তই বহচোন।"

মাহীৰ কথাত বুলুৰ মনটোত কিবা এটা সন্দেহৰ ভাব ওপজিল। সি ভাবে যে সবিতাতো আনৰ ঘৰত গৈ মেলপাতি ফুৰা ছোৱালী নহয়। আৰু মেল পাতিবলৈ

ওচৰত আইৰ ভাব কথাই মিলা কোনো ছোৱালীওতো নাই। এইদৰে ভাবি সি বহো নবংহোকৈ চাওঁথনত বহিছে এনেতে সবিতাই লিখি থৈ যোৱা চিঠি আৰু টেলিগ্ৰামখনত তাৰ চকু পৰিল। সি তৎক্ষণাৎ "এইয়া ক'ৰ কাগজ মাহী ?" বুলি কাগজ দুখন হাতত তুলি ললে। মাহীয়ে "ক'ৰ কাগজ ? মইতো কব নোৱাৰো।" বুলি তাৰ ওচৰলৈ আহি কাষতে থিয় দিয়েহি।

বুলুৱে বাপেকে দিয়া টেলিগ্ৰামখন পঢ়াৰ পিচত সবিতাই লিখা চিঠিখন পঢ়ি "কি সবিতা নাই, সবিতা লুইতত পৰি মৰিব গৈছে ? সবিতা !" বুলি সি মাটিত চাচ খাই পৰে আৰু মূৰ্চ্ছা যায়। মাহীয়েও "কি ক'লি, সবিতা মৰিব গৈছে ?" বুলি মাটিত বাগৰি ইনাই বিনাই কান্দিব ধৰিলে। বুলুৱে কিছুসময়ৰ পিচত অলপ চেতন পায়। সি মাটিৰ পৰা উঠি "সবিতাক মই বিচাৰি যাও" বুলি ঘৰৰ পৰা ওলাই দৌৰ দিলে। সি সবিতা যোৱা ৰাস্তাৰেই দৌৰি দৌৰি গৈ আছে ব্ৰহ্মপুত্ৰৰ পাৰলৈ। মাজে মাজে সি বলিয়াৰ দৰে "সবিতা, সবিতা" বুলি চিঁয়ৰি গৈছে। সি নৈৰ পাৰ পালেগৈ কিন্তু সবিতাক আৰু লগ নাপালে।

পাঠক, ব্ৰহ্মপুত্ৰৰ পাৰত পগলাৰ দৰে থিয় হোৱাৰ পিচৰ পৰা আজিলৈ বহুত চেষ্টা কৰিও বুলুৰ জীৱনৰ আমি কোনো সন্ধান উলিয়াব পৰা নাই।

